# স্মৃতিগ্ৰন্থ

# Souvenir




অসম কলেজ শিক্ষক সংস্থা

৩৯তম অধিবেশন

বজালী কলেজ

১৯৯০

# স্মৃতিগ্ৰন্থ

## অসম কলেজ শিক্ষক সংস্থাৰ ৩৯তম বাৰ্ষিক অধিৱেশন

১৮—২০ এপ্ৰিল, ১৯৯০ চন






বজালী কলেজ ঃ পাঠশালা

Published by Sri Akshoy Kr. Choudhury, General Secretary, Reception Committee, 39th Annual Conference, A. C. T. A. on behalf of Souvenir Committee.

**সম্পাদনা সমিতি ঃ**

শ্ৰীনাৰায়ণ দত্ত—সভাপতি

শ্ৰীহৰেন্দ্ৰ কুমাৰ বৰুৱা—আহ্বায়ক

**সদস্য ঃ**

শ্ৰীৰবীন্দ্ৰ নাথ মেধি

শ্ৰীগোলোকেশ্বৰ গোস্বামী

শ্ৰীসাধিৰাম কলিতা

শ্ৰীসতীশ চৌধুৰী

শ্ৰীধীৰেশ্বৰ ডেকা

ড° ধীৰেন্দ্ৰ কুমাৰ মহন্ত

ম: এডিচন আলি

**বেটুপাতৰ শিল্পী ঃ**

শ্ৰীত্ৰৈলোক্য দত্ত

**ছপা ঃ**

ট্ৰিবিউন প্ৰেছ : গুৱাহাটী

অবিহণা : ১৫'০০ টকা

# সূচীপত্ৰ

## অসমীয়া বিভাগ ঃ

# সম্পাদকীয়

শিক্ষাৰ প্ৰসাৰতা বঢ়াৰ লগে লগে শৈক্ষিক পৰিবেশৰো সালসলনি হোৱাটো স্বাভাৱিক। সেই পৰিবেশত খাপ খুৱাই চলিব পৰাকৈ শিক্ষক, অভিভাৱক তথা ছাত্ৰৰ মানসিক বাতাবৰণ এটা গঢ়ি তোলাৰ ওপৰতে নিৰ্ভৰ কৰে শৈক্ষিক মানদণ্ড আৰু ইয়াৰ স্থায়িত্ব। শিক্ষাৰ পৰিসৰ যিমানেই বাঢ়িছে সিমানেই শৈক্ষিক পৰিবেশৰ ভাৰসাম্যৰো বঢ়াটুটা হৈছে। ভাৰসাম্য ৰক্ষা কৰাত অপাৰগ হৈ বহুতে শিক্ষা-জগতৰ পৰা বিদায় ল'ব লগা অৱস্থাও নোহোৱা নহয়। বৰ্তমান সময়ত শিক্ষা-জগতত যে এটি সংকট আহি পৰিছে এই বাস্তৱ সত্যটো উপলব্ধি কৰি নানাজনে নানা মত পোষণ কৰিছে। এই বিষয়ে নানা আলোচনা-বিলোচনা হলেও এই সংকট মোচনৰ স্থায়ী আৰু বাস্তৱধৰ্মী মতবাদ এটা সৰ্বসন্মতিক্ৰমে গ্ৰহণযোগ্য নোহোৱাটোও শিক্ষাৰ ক্ষেত্ৰত দেখা দিয়া নানা বেমেজালিৰ উৎস বুলি ক'ব পৰা যায়। শিক্ষক, ছাত্ৰ, অভিভাৱক আৰু শিক্ষাৰ লগত জড়িত শাসনযন্ত্ৰৰ ঐক্যমত স্থাপনতহে সুশৃংখল শিক্ষা-পদ্ধতি বৰ্তি থাকিব পাৰে। পৰীক্ষামূলক পদ্ধতিৰে শিক্ষা-ব্যৱস্থাৰ আমূল পৰিবৰ্তন আনিব খুজিলে এদিন যে এই পদ্ধতিৰ সুফল পোৱা যাব তাক নুই কৰিব নোৱাৰি। কিন্তু এই পৰিবৰ্তনৰ সন্ধিক্ষণত উৎপত্তি হোৱা প্ৰত্যাহ্বানৰ

সন্মুখীন হবলৈ আটায়ে মানসিকভাবে প্ৰস্তুত হ'ব লাগিব। এটা শ্ৰেণীয়ে আনটো শ্ৰেণীক সমালোচনা কৰি শিক্ষাৰ মানদণ্ড উন্নত কৰিব নোৱাৰে, শৈক্ষিক পৰিবেশৰো উন্নতি সাধন কৰিব নোৱাৰে। গঠনমূলক সমালোচনা অৱশ্যে এই ক্ষেত্ৰত নিতান্তই প্ৰয়োজনীয়। আত্মবিশ্লেষণ আৰু গঠনমূলক সমালোচনাই শৈক্ষিক বাতাবৰণ নিৰ্মল কৰাত সহায় কৰে। সৰ্বজন আলোচিত বৰ্তমানৰ শৈক্ষিক পৰিবেশৰ ক্ষেত্ৰত ই আৰু অতি গুৰুত্বপূৰ্ণ। এই ক্ষেত্ৰত শিক্ষকৰ দায়িত্বই বেছি বুলি ক'ব পাৰি; কাৰণ ছাত্ৰ-ছাত্ৰীৰ সুবিধা-অসুবিধা (শিক্ষা প্ৰদান আৰু শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত) সমূহ বিশ্লেষণ কৰি চাবলৈ শিক্ষকসকলে যিমান সুবিধা পায় আন কোনোৱে নেপায়। সেয়ে শিক্ষা ব্যৱস্থাৰ উন্নতিৰ কাৰণে শিক্ষকে ইচ্ছা কৰিলে যথেষ্ট বহুখিনি আগবঢ়াব পাৰে। ব্যক্তিগত অভিজ্ঞতাৰ উমৈহতীয়া আদান-প্ৰদান আৰু আলোচনা-বিলোচনাৰ মাজেদি একো একোটা প্ৰক্ৰিয়াৰ সালসলনি ঘটাব পাৰিলে সি বেছি মনঃপুত আৰু গ্ৰহণীয় হোৱা যেন লাগে। চাকৰিত সোমোৱাৰ দিনাৰ পৰা চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰালৈকে নিস্বাৰ্থভাৱে কাম কৰা একো একোজন শিক্ষকৰ অভিজ্ঞতা একো একোখন অলিখিত গ্ৰন্থৰ তুল্য। সেয়ে শিক্ষা সংস্কাৰৰ ক্ষেত্ৰত তেনে লোকৰ আদৰ্শ আৰু পৰামৰ্শ বিবেচনাৰ গণ্ডীত ৰখাটো নিতান্তই প্ৰয়োজনীয়।

কাল আৰু স্থান ভেদে শিক্ষাৰ গতি আৰু ৰূপ সলনি হোৱাটো স্বাভাৱিক। ঋষি মুনিৰ ওচৰত শিষ্যই গ্ৰহণ কৰা শিক্ষা অতি উচ্চমানবিশিষ্ট আছিল বুলিয়েই আজিও তেনে ধৰণৰ শিক্ষা প্ৰবৰ্তন কৰাটো কাৰ্য্যকৰী অথবা গ্ৰহণযোগ্য নহব। কিয়নো পাৰিপাৰ্শ্বিকতা আৰু আৰ্থসামাজিক ব্যৱস্থাইও শিক্ষা ব্যৱস্থাৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰে। সেয়ে এই দুয়োটা ব্যৱস্থাৰ লগত শিক্ষা ব্যৱস্থাটো ওতপ্ৰোতভাৱে জড়িত। শিক্ষা পদ্ধতিৰ আমূল পৰিবৰ্তনৰ ক্ষেত্ৰত এই সম্বন্ধটো অতি গুৰুত্ব সহকাৰে বিবেচনা কৰিলে সংস্কাৰৰ ক্ষেত্ৰত দেখা দিয়া বেমেজালিসমূহৰ সমাধানৰ বাট বিচাৰি পোৱা যাব বুলি ভাবিব পৰাৰ স্থল থাকে।

কেৱল চাকৰিমুখী শিক্ষাৰ কবলত পৰি বৰ্তমানৰ যুৱকসকলে যি এক অনিশ্চয়তাৰ মাজত দিন নিয়াইছে তাৰ পৰিসমাপ্তি ঘটাবলৈ শিক্ষাবিদ, শিক্ষক তথা সংশ্লিষ্ট শাসনযন্ত্ৰৰ উমৈহতীয়া প্ৰচেষ্টাৰ অতীৱ প্ৰয়োজন।

ইয়াৰ বাবে সৃষ্টি কৰিব লাগিব এক সুসংযত সামাজিক বাতাবৰণ; কাৰণ এনে বাতাবৰণতহে সুস্থ মানসিকতা গঢ়ি উঠিব পাৰে। সুস্থ মানসিকতা অবিহনে শিক্ষাৰ মানদণ্ড উৰ্দ্ধগামী কৰা অসম্ভৱ। সমাজক গঢ় দিয়া, পৃথিৱীৰ ৰূপ সলনি কৰোতাসকল শিক্ষককেই বুলি কোৱা হয়। গতিকে সমাজ গঠনত শিক্ষকৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। সমাজত চলি থকা দুৰভিসন্ধি আৰু অন্ধবিশ্বাসবোৰ আঁতৰাই সুস্থ, সবল, নিকা সমাজ এখন গঢ়িবৰ বাবে শিক্ষাৰ্থীসকলক প্ৰস্তুত কৰাৰ গধুৰ দায়িত্বও শিক্ষকৰেই বেছি। প্ৰতিজন শিক্ষকৰ কৰ্মৰ চাপ সমাজ গঠনৰ পদক্ষেপত প্ৰতিফলিত হয়—গাইগুটীয়াকৈ নহলেও সামূহিকভাবে। সামূহিক প্ৰচেষ্টাত গঠনৰ প্ৰক্ৰিয়াও সলনি হয়। এই ক্ষেত্ৰত অসম কলেজ শিক্ষক সংস্থাৰো ভূমিকা অতি গুৰুত্বপূৰ্ণ। অসম কলেজ শিক্ষক সংস্থা অসমৰ শিক্ষক সমাজৰ দাপোণ স্বৰূপ। শিক্ষা-ব্যৱস্থাৰ লগত সততে জড়িত থকা এইসকল লোকৰ সামূহিক প্ৰচেষ্টাৰে বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰিলে শিক্ষা-ব্যৱস্থাৰ অৱনমিত হোৱা শৈক্ষিক পৰিবেশ উচ্চস্তৰলৈ ঘূৰাই অনাৰ লগতে সমাজ গঠনত নতুনত্ব আনি দিয়াৰ পথ-

প্ৰদৰ্শক হ'ব পাৰিব। অৰ্থনৈতিকভাৱে অনগ্ৰসৰ ৰাজ্যখনৰ শিক্ষাৰ প্ৰতিটো স্তৰতে সংশোধন আনি শিক্ষা জগতলৈ সুস্থিৰতা অনাৰ ক্ষেত্ৰত শিক্ষক সংস্থাসমূহে আগভাগ ল'ব লাগিব—কলেজ শিক্ষক সংস্থায়ো।

প্ৰতিবছৰে গতানুগতিকভাৱে পালন কৰি অহা কলেজ শিক্ষক সংস্থাৰ এই বছৰেৰকীয়া অধিবেশন অনন্য হ'ব লাগে। শিক্ষা-জগতত আৰু লগতে সমাজত ইয়াৰ মূল্যবোধ বৈ যাব লাগে, থৈ যাব লাগে আগত সকলৰ বাবে আদৰ্শৰ প্ৰতিলিপি—বৰ্তমানৰ স্বাক্ষৰ বহন কৰা যি প্ৰতিলিপিয়ে ভৱিষ্যৎ ৰচনা কৰাৰ সমল যোগাব।

শেষত অসম কলেজ শিক্ষক সংস্থাৰ ৩৭তম বাৰ্ষিক অধিবেশনৰ স্মৃতি বহনকাৰী এই স্মৃতিগ্ৰন্থখনিক সজাই-পৰাই উলিয়াই দিওতে যিসকল লোকৰ পৰামৰ্শক মূলধনৰূপে গ্ৰহণ কৰি অগ্ৰসৰ হলো সেইসকল লোকলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

—হৰেন্দ্ৰ কুমাৰ বৰুৱা

আমি শ্ৰদ্ধাৰ্ঘ নিৱেদিছো ০০০০০
এইসকললৈ———
যিসকল আমাৰ মাজৰ পৰা
চিৰদিনৰ বাবে হেৰাই গ'ল০০০
কালৰ বুকুত———



কামেশ্বৰ দাস
প্ৰতিষ্ঠাপক অধ্যক্ষ



হেমচন্দ্ৰ শৰ্মা
অধ্যাপক উদ্ভিদ বিজ্ঞান বিভাগ



মহেন্দ্ৰ শৰ্মা
অধ্যাপক দৰ্শন বিভাগ



অপূৰ্ব চৌধুৰী
অধ্যাপক ৰসায়ন বিজ্ঞান বিভাগ

# আমাৰ দেশৰ শিক্ষকৰ স্বৰূপ

**ড° হৰিনাথ শৰ্মাদলৈ**
প্ৰাক্তন মূৰব্বী অধ্যাপক
অসমীয়া বিভাগ
মাধৱ চৌধুৰী কলেজ, বৰপেটা

চিৰকলীয়া সত্য কথা--শিক্ষক শিক্ষা জগতৰ মূল আৰু প্ৰধান শক্তি। প্ৰাচীন কালত, গাঁৱৰ ওচৰ-তেই হওক বা গাঁৱৰ পৰা ভালেখিনি আঁতৰৰ অৰণ্য ভূমিতেই হওক, য'ত শিক্ষাগুৰু বাস কৰিছিল, তালৈ শিক্ষাৰ্থীয়ে ঢাপলি মেলিছিল। আগত ছাত্ৰসকলৰ মানসিক প্ৰস্তুতি, শিক্ষালাভৰ আগ্ৰহ, চাৰিত্ৰিক দিশ আদি পৰীক্ষা কৰি গুৰুৱে তেওঁলোকক ৰাখিছিল নিজৰ তত্বাৱধান আৰু দায়িত্বত। এই ধৰণে শিক্ষকৰ লগত ছাত্ৰৰ সঙ্গতিৰ ফলস্বৰূপে একোখন শিক্ষানুষ্ঠানে গঢ় লৈ উঠিছিল। বিশেষ কথা এই যে, শিক্ষানুষ্ঠানৰ সৌষ্ঠৱ নিৰ্ভৰ কৰিছিল শিক্ষাগুৰুৰ ওপৰত। শিক্ষাগুৰু যিমানে হয় পাণ্ডিত্যপূৰ্ণ আৰু গুণ-গৰিমাৰ গৰাকী, সিমানেই শিক্ষানুষ্ঠান হয় আকৰ্ষণীয় আৰু প্ৰসিদ্ধ, সিমানেই শিক্ষাৰ্থীৰ সংখ্যা হয় তাত বেছি। শিক্ষক ছাত্ৰৰ মিলনৰ মাজেদি উদ্ভৱ হোৱা এই ধৰণৰ শিক্ষানুষ্ঠানে সমাজৰ সহায়তাও অৱশ্যে অপেক্ষা কৰিছিল।

জনা যায়--প্ৰাচীন ভাৰতত শিক্ষাগুৰুৰ শ্ৰেণী আছিল চাৰিটা--আচাৰ্য্য, প্ৰবক্তা, শ্ৰোত্ৰীয় আৰু অধ্যাপক। এই চাৰি শ্ৰেণীৰ শিক্ষাগুৰুৰ কাৰ্য্য পাণিনিয়ে[১] তেওঁৰ "অষ্টাধ্যায়ী"ত বৰ্ণনা কৰিছে। যিজন গুৰুৱে শিষ্যৰ উপনয়ন কাৰ্য্য সমাপন কৰি তেওঁক বেদাদি শাস্ত্ৰৰ শিক্ষা দিয়ে, তেওঁকেই বোলা হয় আচাৰ্য্য। আচাৰ্য্যৰ পদ-মৰ্যাদা আৰু সন্মান সৰ্বাধিক। অথৰ্ব বেদতো (১১।৫।৩) এইবিধ গুৰুৰ স্বৰূপ বৰ্ণনা কৰা হৈছে। সাধাৰণতে কোনো আচাৰ্য্যৰ নিৰ্দেশক্ৰমে যি গুৰুৱে বেদাদি শাস্ত্ৰৰ অধ্যাপনা কৰে, তেওঁকেই বোলা হয় প্ৰবক্তা। যিজনে বেদৰ শ্লোক আবৃত্তি কৰে, তেৱেঁই শ্ৰোত্ৰীয় শ্ৰেণীৰ শিক্ষক। আকৌ, যি সকল অধ্যাপক শ্ৰেণীৰ গুৰু, তেওঁলোকৰ ওপৰত অৰ্পিত হয় ঐহিক বা বৈষয়িক শাস্ত্ৰৰ অধ্যাপনা। মহাভাষ্যত এই শ্ৰেণী গুৰুক বোলা হৈছে উপাধ্যায়। পৰৱৰ্তী স্মৃতিশাস্ত্ৰবোৰে অৱশ্যে বিশেষভাৱে শিক্ষাগুৰুৰ দুটা শ্ৰেণীৰ কথাহে কৈছে--এটা আচাৰ্য্য আৰু আনটো উপাধ্যায়। যিজন গুৰুৱে উপনয়ন দি শিষ্যক কল্পবিদ্যা (যজ্ঞবিদ্যা) আৰু উপনিষদৰ সৈতে বেদশাস্ত্ৰ পঢ়ায়, তেওঁকেই বোলা হয় আচাৰ্য্য[২]।

---

১ পাণিনিৰ সময় খৃঃ পূঃ ৫ম শতিকা বুলি পণ্ডিত সকলে কয়।

২ উপনীয় তু যঃ শিষ্যং বেদমধ্যা পয়েদ্দ্বিজঃ।
সকল্পং সৰহস্যঞ্চ তমাচাৰ্য্যং প্ৰচক্ষতে॥
(মনুসংহিতা, ২/১৪০)

উপনীয় দদদ্বেদমাচাৰ্য্যঃ স উদাহৃতং।
(যাজ্ঞৱল্ক্য সংহিতা, ১/৩৪)

যস্তুপনীয় ব্ৰতাদেশং কৃত্বা
বেদমধ্যাপয়েত্তমাচাৰ্য্যংবিদ্যাৎ॥
(বিষ্ণু-সংহিতা, ২৯/১)

আকৌ যি গুৰুৱে জীৱিকাৰ কাৰণে শিষ্যক বেদৰ একাংশ বা বেদাঙ্গ অধ্যয়ন কৰায়, তেওঁক বোলা হয় উপাধ্যায়[৩]।

প্ৰাচনীকালত শিক্ষাগুৰুৱে ছাত্ৰৰ বৈষয়িক, বৌদ্ধিক আৰু আধ্যাত্মিক—এই তিনিও দিশৰে বিকাশ সাধন কৰাইছিল। সেই শিক্ষকসকল আছিল বহু বিদ্যা, গুণ আৰু জ্ঞানৰ অধিকাৰী। ছাত্ৰৰ ঐহিক আৰু পাৰত্ৰিক জীৱন মঙ্গলময় আৰু মধুময় কৰি গঢ়ি তোলাৰ উদ্দেশ্যে যি শৃংখলিত পদ্ধতিৰ মাজেদি যি যি শিক্ষা দিছিল, সিয়েই দেখুৱায়--তেওঁলোকৰ (গুৰুৰ) ত্যাগ, আদৰ্শ বিত্তচিন্তাবিমুখতা আৰু বহু শাস্ত্ৰলব্ধপাণ্ডিত্য। সমাবৰ্তন উৎসৱত গৃহমুখী স্নাতক ছাত্ৰক উদ্দেশ্য কৰি তেওঁলোকৰ জীৱন মঙ্গল আৰু তেওঁলোকৰ লব্ধবিদ্যাৰ সুফল সমাজত প্ৰচাৰ হোৱাৰ আশা কৰি গুৰুৱে যি উদাত্ত উপদেশ-বাণী[৪] ঘোষণা কৰিছিল, সিয়েই তেওঁলোকৰ উদাৰতা আৰু গভীৰ শিষ্যপ্ৰেমৰ নিদৰ্শন। অধ্যাপনা জীৱনৰ ব্ৰত হোৱাৰ উপৰিও সদায় আছিল তেওঁলোক অধ্যয়নৰত।

"যাৱজ্জীৱনমধীতে বিপ্ৰঃ"—এই কথাষাৰ শিক্ষাগুৰুক উদ্দেশ্য কৰিয়েই কোৱা হৈছিল। শিক্ষাগুৰু বা আচাৰ্য্যৰ জ্ঞানৰ প্ৰয়োজনীয়তা সাব্যস্ত কৰাৰ প্ৰসঙ্গত মনুসংহিতাই কৈছে--যিজনে ছাত্ৰক ব্ৰহ্মজন্ম-দান কৰে, যিজনে স্বধৰ্মৰ উপদেশ দিয়ে, সেই শিক্ষাগুৰু বালক হলেও বৃদ্ধগণৰ পিতৃতুল্য[৫]। এই প্ৰসঙ্গত মনুসংহিতাই উক্ত বাস্তৱ সত্যৰ এটা উদাহৰণো দাঙি ধৰিছে[৬]।

শিক্ষক অকল যে নানা বিদ্যাত নিপুণেই আছিল এনে নহয়, শিক্ষাদানৰ কৌশলতো তেওঁলোক আছিল সুচতুৰ। বিষয়বস্তু সম্বন্ধে সম্যকজ্ঞান আৰু তাক শিকোৱাৰ আকৰ্ষণীয় কৌশলৰ ওপৰত শিক্ষকৰ কৃতকাৰ্য্যতা আৰু ছাত্ৰৰ শিক্ষা আহৰণৰ সুফল নিৰ্ভৰ কৰে। শিক্ষকৰ কাৰণে এই দুয়োটা গুণৰ আৱশ্যকতা সমানে অনুভৱ কৰি কালিদাসেও কৈ গৈছে,—"সুশিক্ষিতোঽপি সৰ্ব্বউপদেশ-দৰ্শনে নিপুণো ভৱতি" (মালবিকাগ্নিমিত্ৰম্)। শিক্ষক আছিল সদায় নিৰপেক্ষ তেওঁলোকৰ দৃষ্টিত সকলো ছাত্ৰ সমান বুলি পৰিগণিত। তীক্ষ্ণবুদ্ধিসম্পন্ন আৰু কম বুদ্ধি থকা উভয়-বিধ ছাত্ৰৰ প্ৰতি সমান স্নেহ আৰু সহানুভূতি ৰাখি শিক্ষকে পাঠদান কৰে--"বিতৰতি গুৰুঃ প্ৰাজ্ঞে বিদ্যাং

---

৩ একদেশন্তু বেদস্য বেদাঙ্গান্যপি বা পুনঃ।
যোদধ্যাপয়তি বৃত্ত্যৰ্থমুপাধ্যায়ঃ স উচ্যতে॥
(মনু-সংহিতা, ২/১৪১)

একদেশমুপাধ্যায়ঃ। (যাজ্ঞৱল্ক্য-সংহিতা, ১/৩৫)
যস্ত্বেনং মূল্যেনাধ্যাপয়েত্তমুপাধ্যায়মেকদেশং বা॥
(বিষ্ণু-সংহিতা, ২৯/২)

৪ গুৰুৱে ঘোষণা কৰা উপদেশ বাণীৰ কেইটামানঃ

"সত্যং বদ (সত্য কথা কবা) ধৰ্ম্মং চৰ (নিজৰ কৰ্তব্য পালন কৰিবা) স্বাধ্যায়ান্মা প্ৰমদঃ (কেতিয়াও বেদপাঠ, অৰ্থাৎ অধ্যয়ন পৰিত্যাগ নকৰিবা) সত্যান্ন প্ৰমদিতব্যম্ (সত্যভ্ৰষ্ট নহবা) ধৰ্ম্মান্ন প্ৰমদিতব্যম্ (ধৰ্মৰ পৰা পিচলি নাযাবা) কুশলান্ন প্ৰমদিতব্যম্ (মঙ্গলময় পথ নেৰিবা) দেৱপিতৃকাৰ্য্যাভ্যাং ন প্ৰমদিতব্যম্ (দেৱতা আৰু পিতৃপুৰুষৰ তৰ্পণ কৰিবলৈ নেপাহৰিবা) মাতৃদেৱোভৱ, পিতৃদেৱোভৱ, আচাৰ্য্যদেৱোভৱ (মাতা, পিতা আৰু আচাৰ্য্যক শ্ৰদ্ধা ভক্তি কৰিবা)

৫ ব্ৰাহ্মস্য জন্মনঃ কৰ্ত্তা স্বধৰ্ম্মস্য চ শাসিতা।
বালোঽপি বিপ্ৰো বৃদ্ধস্য পিতা ভৱতি ধৰ্ম্মতঃ॥
(মনু, ২/১৫০)

৬ অঙ্গিৰাৰ পুত্ৰ বালক হোৱা সত্ত্বেও বিদ্বান কাৰণে তেওঁতকৈ বেছি বয়সীয়া পিতৃব্য আৰু পিতৃব্যপুত্ৰ আদিক পঢ়াইছিল। তেতিয়া অঙ্গিৰা পুত্ৰই শিষ্যজ্ঞান কৰি তেওঁলোকক "বৎস" বুলি সম্বোধন কৰে। এই ব্যৱহাৰত তেওঁলোক ক্ৰুদ্ধ হয় আৰু দেৱগণক তেওঁলোকৰ আপত্তি দৰ্শায়। দেৱগণে একমুখে উত্তৰ দিয়ে যে, অঙ্গিৰা পুত্ৰৰ ব্যৱহাৰ অসঙ্গত নহয়, উপযুক্ত (মনু-সংহিতা, ২/১৫১, ১৫২)

যথৈৰ তথা জড়ে" (উত্তৰ ৰামচৰিত, ২/৪) অবাধ্য ছাত্ৰক প্ৰয়োজন হলে গুৰুৱে কেতিয়াবা শাস্তিও দিছিল তেওঁলোকৰ মঙ্গলৰ কাৰণে--সেই শাস্তি কিন্তু বৰ কঠোৰ নাছিল। শাস্তিৰ পাছতে আকৌ শিষ্যক মৰম চেনেহৰ মাজেদি উপদেশো দিছিল।[৭] আনহাতেদি শিক্ষাগুৰুৰ আন বৈশিষ্ট্য এই যে, নিজে তেওঁ একান্ত পীড়িত হলেও আনক মৰ্মাঘাত নকৰে, পৰৰ অনিষ্ট-কৰ কোনো চিন্তা বা কৰ্ম নকৰে আৰু আনৰ ব্যথা-দায়ক কোনো কথাও নকয়। তেওঁ সন্মানক সদায় বিষৰ দৰে ভয় কৰে আৰু অৱমানক অমৃতৰ নিচিনা জ্ঞান কৰে[৮]। ব্যক্তিগত লাভৰ ওপৰত শিক্ষকৰ অধ্যাপনা নিৰ্ভৰ কৰাৰ কোনো বিশেষ প্ৰমাণ পোৱা নাযায়। শিষ্যৰ লগত গুৰুৰ সম্বন্ধ আছিল পুত্ৰৰ লগত পিতাৰ সম্বন্ধৰ নিচিনা। গুৰুৱে শিষ্যক পুত্ৰৰ দৰে মৰম কৰিছিল আৰু প্ৰয়োজন বিশেষে মঙ্গল কামনা কৰি শাস্তিও দিছিল[৯]।

উপনয়ন-প্ৰসঙ্গত শতপথ ব্ৰাহ্মণে প্ৰকাশ কৰা গুৰুৰ প্ৰভাৱ ডঃ যোগীৰাজ বসুৰ ভাষাত এই: "গুৰুৱে শিষ্যক অপাথিৱ ঐশীশক্তি প্ৰদান কৰে শিষ্যৰ শিৰত সোঁহাতখন স্থাপন কৰি। তিনি নিশাৰ ভিতৰতেই গুৰুৰ বীজ অঙ্কুৰিত হয় আৰু শিষ্যই সাবিত্ৰী-দীক্ষা লাভ কৰি প্ৰকৃত ব্ৰাহ্মণত্বপ্ৰাপ্ত হয়। শিষ্য যেন গুৰুৰ মুখৰ পৰা জন্ম পোৱা এটি স্বৰ্গীয় জীৱ"।[১০] নানাবিধ শাস্ত্ৰজ্ঞানৰ উপৰিও আধ্যাত্মিকতা আৰু পবিত্ৰতাৰে পৰিপুষ্ট ব্যক্তিত্বই শিক্ষাগুৰুক এক উচ্চ-তৰ সমতলত প্ৰতিষ্ঠিত কৰি ৰাখিছিল। অকল সেয়েই নহয়, দেশত শিক্ষাগুৰু আছিল প্ৰভূত পৰিমাণে সন্মানিত আৰু পূজিত। পৰৱৰ্তী বৈদিক শাস্ত্ৰত পোৱা যায়--জন্মদাতা আৰু বেদৰ উপদেষ্টা (শিক্ষা-গুৰু) উভয়েই পিতৃ: এই উভয়ৰ ভিতৰত কিন্তু আচাৰ্য্য-পিতৃয়েই শ্ৰেষ্ঠ, কিয়নো--আচাৰ্য্য পিতৃৰ যোগেদি ছাত্ৰই বেদ গ্ৰহণৰূপ যি পুনৰ্জন্ম লাভ কৰে, সি ব্ৰহ্ম-প্ৰাপ্তিফলদ্বাৰা ইহলোক আৰু পৰলোকত নিত্য বুলি পৰিগণিত হয়।[১১] বিষ্ণুসংহিতাই আকৌ সকিয়াইছে--সাবিত্ৰী শিক্ষাৰ যোগেদি আচাৰ্য্যই দিয়া জন্ম অক্ষয়, তাৰ বাৰ্দ্ধক্য আৰু বিনাশ নাই। সেই আচাৰ্য্যক পিতৃ-মাতৃজ্ঞান কৰিব লাগে আৰু তেওঁৰ কৃত উপকাৰ সুঁৱৰি কেতিয়াও তেওঁৰ বিৰুদ্ধাচৰণ কৰিব নেলাগে[১২]। আন ভাষাত ক'বলৈ গ'লে জন্মদাতা পিতৃ স্থূল দেহৰহে জনক, কিন্তু তাৰ মাজত বৌদ্ধিক আৰু পাৰমাথিক-সত্তাৰ সৃষ্টি কৰে আচাৰ্য্যই।

---

৭ শ্ৰেয়োহৰ্থমনুশাসনমনতিহিংসয়া কৰ্ত্তব্যং, ৰজ্জ্বা বেণুদলেন বেত্ৰাল্পহিংসায়া অভ্যনুজ্ঞানাৎ (কুল্লূক টীকা--মনু সং ২/১৫৯)

অনুশাস্যশ্চ গুৰুণা ন চেদনুবিধীয়তে।
অবিধিনাথবা বদ্ধা ৰজ্জ্বা বেণুদলেন বা॥
ভৃশং ন তাড়য়েদেনং নোত্তমাঙ্গেন বক্ষসি।
অনুশাস্যাথ বিশ্বাস্যঃ শাস্যো ৰাজ্ঞান্যথা গুৰুঃ॥

(নাৰদস্মৃতি, ৮/১৩, ১৪)

৮ নাৰুন্তুদঃ স্যাদাৰ্ত্তোঽপি ন পৰদ্ৰোহকৰ্মধীঃ।
যয়াস্যোদ্বিজতে বাচা নালোক্যাং তামুদীৰয়েৎ॥
সম্মানাদ্ ব্ৰাহ্মণো নিত্যমুদ্বিজেত বিষাদিৱ।
অমৃতস্যেৱ চাকাঙ্ক্ষেদৱমানস্য সৰ্ব্বদা॥

(মনু ২/১৬১, ১৬২)

৯ মনু-সংহিতা, ২/১৫৯
নাৰদস্মৃতি, ৮/১৩, ১৪

১০ বেদৰ পৰিচয়, ২০শ পৰিচ্ছেদ।

১১ উৎপাদকব্ৰহ্মদাত্ৰোৰ্গৰীয়ান্ ব্ৰহ্মদঃ পিতা।
ব্ৰহ্মজন্ম হি বিপ্ৰস্য প্ৰেত্য চেহ চ শাশ্বতম্॥

(মনু-সংহিতা ২/১৪৬)

এই শ্লোকটো বিষ্ণুসংহিতাতো (৩০।৪৪) অবিকল ভাবে পোৱা যায়।

১২ আচাৰ্য্যস্ত্বস্য যাং জাতিং বিধিবদ্বেদপাৰগঃ।
উৎপাদয়তি সাবিত্ৰ্যা সা নিত্যা সাজৰামৰা॥
য আবৃণোত্যবিতথেন কৰ্ণাবদুঃখং কুৰ্ব্বন্নমৃতং সংপ্ৰযচ্ছন্।
তং বৈ মন্যেত পিতৰং মাতৰঞ্চ তস্মৈ ন দ্ৰুহ্যেৎ কৃতমস্য জানন্॥

(বিষ্ণু-সংহিতা, ৩০/৪৬, ৪৭)

ওপৰত যিখিনি কথা কোৱা হ'ল, সি আমাৰ দেশৰ প্ৰাচীন কালৰ শিক্ষাগুৰুসকলৰ গুণ-মাহাত্ম্য মাথোন। ব্যাপক জ্ঞানৰ অধিকাৰী হোৱা, আজীৱন অধ্যয়নৰত হোৱা, সম্যকৰূপে বিষয়জ্ঞান লাভ কৰাৰ উপৰিও শিক্ষাদানত নিৰপেক্ষতা অৱলম্বন কৰা, ছাত্ৰ-ছাত্ৰীৰ মনত পিতৃস্বৰূপ ভাৱমূৰ্তি জগাই তোলা, নিজকে আদৰ্শ পুৰুষৰূপে প্ৰতিষ্ঠা কৰি সমাজৰ পৰা শ্ৰদ্ধা-ভক্তি লাভ কৰা—অতীতৰ শিক্ষাগুৰুৰ গাত থকা বিশেষকৈ এই গুণবোৰ কিন্তু আজিৰ দিনৰ শিক্ষকৰো থাকিব নেলাগে বুলি কোৱাৰ সাধ্য নাই আৰু কোনোৱে নকয়ো। আজিৰ দিনৰ সমস্যা জৰ্জৰিত সমাজত শিক্ষক বৰং এইবোৰ গুণৰ অধিকাৰী হোৱা বিশেষ প্ৰয়োজন। উক্ত গুণবোৰৰ পূৰ্ণ অধিকাৰী হোৱা কিন্তু সহজ কথা নহয়--বিশেষকৈ আজিৰ দিনত। এইবোৰ লাভ কৰাৰ কাৰণে থাকিব লাগে শিক্ষকৰ জীৱনজোৰা সাধনা, শিক্ষাদানত ৰুচি আৰু ত্যাগৰ মনোভাৱ। তথাপি ক'ব পৰা যায়--আজিৰ দিনতো এই ধৰণৰ আদৰ্শ শিক্ষক একেবাৰে নোহোৱা হৈ যোৱা নাই। সাধনাৰ যোগেদি ব্যাপক জ্ঞান লাভ কৰা, শিক্ষাদানৰ নতুন নতুন আকৰ্ষণীয় কৌশল উদ্ভাৱন কৰি শিক্ষাদান কৰা আৰু তাৰ মাজেদি আনন্দিত হৈ আনকি কেতিয়াবা নিজকেই পাহৰি যোৱা শিক্ষকৰ সংখ্যা আজিৰ তাৰিখতো একেবাৰে কম নহয়। এইখিনিতে কিন্তু এটা কথা ভাবিবলগীয়া: সম্যকৰূপে বিষয়জ্ঞানৰ অধিকাৰী হৈ নিজকে আদৰ্শ ব্যক্তিৰূপে গঢ়ি তুলি পৰম নিষ্ঠাৰে সৈতে শিক্ষাদান কৰাটো শিক্ষকৰ যেনে কৰ্তব্য তেনেকুৱা শিক্ষক গঢ়ি তোলাৰ বাবে সকলো প্ৰকাৰৰ সা-সুবিধা দিয়া আৰু উপযুক্ত পৰিবেশ সৃষ্টি কৰাটোও সমাজৰ আগশাৰীৰেই কৰ্তব্য। আজিৰ দিনৰ শিক্ষকো সুখ-সম্ভোগেৰে পৰিপূৰ্ণ সমাজত বাস কৰা একোজন গৃহীলোক। সকলোবোৰ সাংসাৰিক দুৰ্বলতাৰ উৰ্দ্ধত অৱস্থিত হৈ অৱশ্যে তেওঁলোকে শিক্ষাদান কৰিব নোৱাৰে। অথচ সৰলতা, নিৰপেক্ষতা, নিস্বাৰ্থতা, সত্যপৰায়ণতা, জ্ঞান লাভত নিবিষ্টতা আদি গুণবোৰ আদৰ্শ শিক্ষকৰ কাৰণে চিৰদিনেই অপৰিহাৰ্য্য। সেয়েহে, আদৰ্শ শিক্ষক গঢ়ি তোলাৰ ক্ষেত্ৰত সমাজৰ তথা চৰকাৰৰ সহানুভূতিসূচক আৰু ব্যৱহাৰিক দৃষ্টিপাত সততে প্ৰয়োজন অন্তত: আজিৰ দিনত।

# অসমীয়া ভাষাৰ উৎপত্তি সম্বন্ধে নতুন মত

**বিশ্বেশ্বৰ হাজৰিকা**
অসমীয়া বিভাগ
ভোঃ বৰুৱা মহাবিদ্যালয়
গুৱাহাটী—৭

অসমীয়া ভাষাৰ উৎপত্তি সম্বন্ধে ড০ পাণ্ডুৰঙ্গ দামোদৰ গুণেই "An Introduction to Comparative Philology"ত লিখিছে, "the Oriya, Bengali, Bihari, a group, and the Assamese (are to be traced) to the Magadhi Apabhramsa proker." (P.279). এই গ্ৰন্থ ১৯১৮ চনত প্ৰথম প্ৰকাশ হৈছিল।

ইয়াৰ পাচত ড০ সুনীতি কুমাৰ চট্টোপাধ্যায়ে "The Origin and Development of the Bengali Language" ত লিখিছে 'From Anga (south-east Bihar) the Aryan speech (Magadhi Prakrit and Apabhramsa) seems to have passed down to Radha (Vardhaman, Bankura and Birbhum districts) and crossed over the Ganges to Pundra-Vardhna or Varendra (Maldah district) where the Aryan language might also have come overland from Mithila (northern part of Tribut and north-western part of Champaran district of Bihar). Along the Ganges, it spread from Anga, Pundra and Radha to Vanga (East Bengal). A wave Radha to Vanga (East Bengal). A wave of emigration and cultural influence from Mithila joined forces with Varendra and later, perhaps from Vanga and the Magadhi Apabhramsa was carried to North Bengal and Kama-rupa, and thence further east into the Assam Valley," (P.137).

প্ৰবন্ধৰ লগত দিয়া মানচিত্ৰখন চালেই বুজিব পাৰিব যে অসমলৈ মাগধী অপভ্ৰংশ অহাৰ যি পথ-বৰ্ণনা ড০ চট্টোপাধ্যায়ে দিছে, সি কোনো কাৰণতে প্ৰত্যয়যোগ্য নহয়। অঙ্গৰ পৰা কামৰূপলৈ মাগধী অপভ্ৰংশ আহিলে গঙ্গা পাৰ হৈ বৰ্তমানৰ উত্তৰ বঙ্গইদি পোনে পোনে আহিব পাৰে। ইয়াকে নকৰি মাগধী অপভ্ৰংশই প্ৰথমে দক্ষিণত থকা ৰাঢ়লৈ গ'ল, তাৰ পাচত গঙ্গা পাৰ হৈ উত্তৰ-পূবত থকা পুণ্ড্ৰ বা বৰেন্দ্ৰলৈ গ'ল, তাৰ পাচত আকৌ গঙ্গা পাৰ হৈ দক্ষিণত থকা পূব বঙ্গলৈ গ'ল, ইয়াৰ পিচত তৃতীয় বাৰৰ বাবে পাৰ হৈ পুণ্ড্ৰ অতিক্ৰম কৰি উত্তৰ বঙ্গলৈ গ'ল। শেষত আধুনিক বঙ্গৰ আটাইকেইখন ঠাই ফুৰি-চাকিহে পূবত থকা কামৰূপলৈ আহিল। এই কথা কোনে বিশ্বাস কৰিব ?

দ্বিতীয়তে, "a wave of emigration and cultural influence" মিথিলাৰ পৰাও কামৰূপলৈ আহে বুলিছে। মিথিলাৰ পৰা আহোতেও কিন্তু গাতে লাগি থকা উত্তৰ বঙ্গইদি নাহি পুণ্ড্ৰলৈ আহি তাৰ পৰা গঙ্গা পাৰ হৈ দক্ষিণত থকা পূব বঙ্গলৈ যায়। তাৰ পৰা দ্বিতীয়বাৰ গঙ্গা পাৰ হৈ, যি কোনো প্ৰকাৰে

বঙ্গদেশৰ এটা নহয় এটা খণ্ডত ঘূৰি পৰিছে অস-মলৈ আহে। বঙ্গদেশত ভৰি নিদিয়াকৈ মিথিলাৰ পৰা কামৰূপলৈ মাগধী অপভ্ৰংশ আহিব পৰা পোন বাট থাকোতেও বঙ্গদেশলৈ গৈহে অসমলৈ অপভ্ৰংশ আহিল বুলি লিখা কথাষাৰে ড: চট্টোপাধ্যায়ৰ কু-মতলবৰ পৰিচয় দিয়ে। ড: চট্টোপাধ্যায়ৰ মতলব যে অসমীয়া ভাষা বঙলাৰ পৰা ওলাইছে বুলি প্ৰমাণ কৰা. এই উদ্দেশ্যটো ফটফটীয়াকৈ ওলাই পৰিছে।

তৃতীয়তে, তেওঁ নিজেই খাটাংকৈ কব পৰা নাই, কামৰূপলৈ অঙ্গৰ পৰাই মাগধী অপভ্ৰংশ আহিল, নে মিথিলাৰ পৰাই আহিল। অনিশ্চিতভাৱে কৰা সিদ্ধান্ত কেতিয়াও গ্ৰহণযোগ্য হব নোৱাৰে।

চতুৰ্থতে, তেওঁৰ সিদ্ধান্তত গুৰুতৰ কালদোষ ( anachromism ) আছে। খ্ৰীষ্টাব্দ ষষ্ঠ শতিকাৰ আৰম্ভণিৰ পৰাহে অপভ্ৰংশবোৰৰ জন্ম হয়। সেই সময়ত অঙ্গ বোলা কোনো দেশ নাছিল। খ্ৰীষ্টপূৰ্বৰ অঙ্গ দেশৰ ঠাইত তেতিয়া মগধ ৰাজ্য হৈছে। সেই সময়ত গুপ্তবংশৰ আটাইতকৈ দুৰ্বল ৰজা বৈন্য গুপ্ত (৫০৭-৮), ভানুগুপ্ত (৫১০-১১) আদি আছিল। ৫৩৩ খ্ৰী:ত যশোধৰ্ম ৰজা হোৱালৈকে গুপ্ত ৰজা-সকলৰ নাম পোৱা নাযায়। সেই সময়ত ৰাঢ়, বৰেন্দ্ৰ, উত্তৰ বঙ্গ, পুব বঙ্গ, অসম আদি নামৰ ৰাজ্য নাছিল। নথকা দেশৰ পৰা কেনেকৈ মাগধী অপভ্ৰংশ আহিল, সেইটো আচৰিত কথা। এতেকে ড: চট্টো-পাধ্যায়ৰ সিদ্ধান্ত বুৰঞ্জীসন্মত নহয়।

পঞ্চমতে, সেই সময়ত পৰাক্ৰমী কামৰূপ ৰজা-সকল থাকোতে দুৰ্বল আৰু অনামী গুপ্ত ৰজাসকলৰ ৰাজ্যৰ মানুহ ইয়ালৈ অহাৰ কল্পনা অবাস্তৱ। ষষ্ঠ শতিকা সোমোৱা কালত নাৰায়ণ বৰ্মা (৪৮৫-৫১০) কামৰূপৰ ৰজা আছিল। তেওঁ দুটা অশ্বমেধ যজ্ঞ কৰিছিল। তেওঁৰ পুতেক ভূতি বৰ্মায়ো (৫১০-৫৫) অশ্বমেধ যজ্ঞ কৰিছিল। চন্দ্ৰমুখ বৰ্মাই (৫৫৫-৬৫) অশ্বমেধ যজ্ঞ নকৰিলেও পৰাক্ৰমেৰে ৰাজ্য শাসন কৰিছিল। তেওঁৰ পুতেক স্থিত বৰ্মাই (৫৬৫-৮৫) দুটা অশ্বমেধ যজ্ঞ কৰিছিল। এওঁৰ পাচতেই সুস্থিত বৰ্মা (৫৮৫-৯৩), সুপ্ৰতিষ্ঠিত বৰ্মা (৫৯৩-৯৪) আৰু ভাস্কৰ বৰ্মা (৫৯৪-৬৫০)। গতিকে অশ্বমেধ যজ্ঞ কৰি দিগ্বিজয় কৰি ফুৰা ষষ্ঠ শতিকাৰ কামৰূপৰ ৰজাসকলৰ ৰাজ্য নাম-গোন্ধহীন গুপ্ত ৰজাসকলৰ অধীন হোৱাৰ প্ৰশ্ন নুঠে আৰু অধীন নহলে ভাষা অহাৰ প্ৰশ্ন নুঠে।



ড° চট্টোপাধ্যায়ৰ মতে অসমলৈ মগধী অপভ্ৰংশ অহা বাট

ষষ্ঠত, চতুৰ্থ শতিকাৰ নগাজৰি-খনিকৰ গাওঁ শিলালিপি, সুৰেন্দ্ৰ বৰ্মা ওৰফে মহেন্দ্ৰ বৰ্মাৰ (৪৫০-৮৫) উমাচল শিলালিপি আৰু ভূতি বৰ্মাৰ (৫১০-৫৫) শিলালিপিয়ে নি:সন্দেহে প্ৰমাণ কৰে যে খ্ৰীষ্টাব্দ চতুৰ্থ শতিকাৰ আগতে অসমলৈ আৰ্যভাষা আহিবই লাগিব। গতিকে ষষ্ঠ শতিকাত অহা বোলা সিদ্ধান্ত নিৰ্ঘাত ভুল।

সপ্তমত, মাগধীৰ কোনো লক্ষণ অসমীয়া ভাষাত নাই। ড: চট্টোপাধ্যায়ে মাগধী প্ৰাকৃতৰ কোনো

নক্ষণ অসমীয়া ভাষাত দেখুৱাব পৰা নাই।

এতেকে, অসমীয়া ভাষা মাগধী অপভ্ৰংশৰ পৰা উদ্ভৱ হোৱা মতবাদ সম্পূৰ্ণ অসত্য।

তেন্তে অসমলৈ আৰ্যভাষা ক'ৰ পৰা আহিল ? আমি ডঃ চট্টোপাধ্যায়ৰ দৰে অনৈতিহাসিক সিদ্ধান্ত এটা নিদিওঁ। আমাৰ সকলো সিদ্ধান্ত বুৰঞ্জীসন্মত হ'ব লাগিব।

সপ্তম শতিকাৰ ভাস্কৰ বৰ্মাৰ ডুবি আৰু নিধনপুৰ তামৰ ফলিত, হৰ্ষবৰ্দ্ধনৰ ৰাজকবি বাণৰ "হৰ্ষচৰিত"ত ; বনমালবৰ্মাদেৱৰ (৮৩৫-৬৫) তেজপুৰ আৰু পৰ্বতীয়া তামৰ ফলিত ; তৃতীয় বলবৰ্মাৰ (৮৮৫-৯১০) উত্তৰ বৰবিল, নগাওঁ আৰু উলুবাৰী তামৰ ফলিত ; ৰত্নপালৰ (১০১০-৪০) বৰগাওঁ, গুৱাকুছি আৰু চোৰাতবৰি তামৰ ফলিত ; ইন্দ্ৰপালৰ (১০৪০-৬৫) গুৱাহাটী, আৰু গুৱাকুছি তামৰ ফলিত ; গোপাল বৰ্মাৰ (১০৬৫-৮৫) গছতল তামৰ ফলিত আৰু ধৰ্মপালৰ (১০৯৫-১১২০) খনামুখ, শুভঙ্কৰপাটক আৰু পুষ্পভদ্ৰা তামৰ ফলিত প্ৰত্যেকজন ৰজাই নৰকৰ পৰা কামৰূপৰ ৰাজবংশ হোৱা বুলি উল্লেখ কৰিছে। বৰ্মাবংশ (৩৫৫-৬৫০), শালস্তম্ভ বংশ (৬৫০-৯৯০) আৰু পালবংশ (৯৯০-১১৩৮) প্ৰাচীন কালৰ এই তিনিওটা বংশৰ সাতজন ৰজাৰ ১৭খন তামৰ ফলিত দাবী কৰা নৰকক ঐতিহাসিক পুৰুষ বুলি নধৰিলে, তামৰ ফলিৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা ভাৰতৰ এই কালৰ বুৰঞ্জীবোৰ পুৰি পেলাব লাগিব। গতিকে, কামৰূপৰ আদি ৰজা নৰক ঐতিহাসিক পুৰুষ।

কিন্তু নৰক কোন সময়ৰ ৰজা ? "হৰিবংশ"ৰ বিষ্ণু পৰ্বৰ ৬৩ আৰু ৬৪ অধ্যায়ত বৰাহ অৱতাৰৰ পুত্ৰ নৰকক প্ৰাগজ্যোতিষৰ ৰজা পতা বুলি কোৱা হৈছে। "ব্ৰহ্ম পুৰাণ"ৰ মতে বৰাহৰূপী বিষ্ণুৰ বসুমতীৰে সৈতে মিলনৰ ফলত কোকামুখতীৰ্থত নৰকৰ জন্ম হয়। "কালিকা পুৰাণ"ৰ মতে বিদেহৰ ৰজা জনকৰ যজ্ঞ স্থলীত নৰকৰ জন্ম হয়। তেতিয়া বিষ্ণুৱে নৰক প্ৰাগজ্যোতিষৰ ৰজা হ'ব বুলি কয়। জনকে তুলি-তালি ডাঙৰ-দীঘল কৰে। বসুমতী ধাত্ৰী হৈ জনকৰ ঘৰতে থাকে। নৰক ডেকা হলত বিষ্ণুৱে তেওঁক প্ৰাগজ্যোতিষৰ ৰজা পাতে।

এই আলোচনাৰ পৰা আমি তলত দিয়া ঐতিহাহিক সিদ্ধান্ত কেইটাত উপনীত হব পাৰো :—

(১) নৰকক প্ৰাগজ্যোতিষৰ ৰজা বুলি আৰ্যাৱৰ্তৰ লোকসকলে জানিছিল ; এতেকে নৰক আৰ্যাৱৰ্তৰ লোক আছিল।

(২) নৰক বিদেহৰ ৰজা জনকৰ তোলনীয়া পো বা গুৰুত্বপূৰ্ণ বাসিন্দা আছিল। তেওঁৰ নাম আৰ্যাৱৰ্তৰ লোকসকলে জনাই নহয়, বিষ্ণুৰ পুত্ৰ বুলি উচ্চ আসনো দিছিল।

(৩) ইন্দ্ৰ আৰু বৰুণক পৰাস্ত কৰি তেওঁৰ ছত্ৰ আৰু দেৱমাতা অদিতিৰ কাণৰ কুণ্ডল কাঢ়ি অনা কাহিনীৰ পৰা অনুমান কৰিব পাৰি নৰক অদ্বিতীয় যোদ্ধা আছিল।

খ্ৰীঃ পূঃ ৩য় শতিকাৰ মহাভাৰত আৰু ২য় শতিকাৰ ৰামায়ণত প্ৰাগজ্যোতিষৰ ৰজা নৰকৰ উল্লেখৰ পৰা অনুমান কৰিব পাৰি নৰক ইয়াৰ আগৰ ৰজা আছিল। বিদেহৰ ৰজা জনকৰ সৈতে নৰকৰ সম্বন্ধই আমাক নৰকৰ সময়ৰ ইঙ্গিত দিব পাৰে। ডঃ যোগেন্দ্ৰ মিশ্ৰৰ "History of Vidaha"ৰ পৰা (১৯৮১) আমি জানিব পাৰো যে মহাভাৰতৰ যুদ্ধৰ আগৰে পৰা খ্ৰীঃ পূঃ ৭২৫ লৈকে বিদেহৰ প্ৰতিজন ৰজাকে জনক বোলা হৈছিল। শেষৰজন ৰজাৰ নাম আছিল কৰাল জনক (আঃ ৭৪৪-৭২৫ খ্ৰীঃ পূঃ)।

কৰাল জনকে বামুণৰ ৰূপহী ছোৱালী এজনীক বলাৎকাৰ কৰা বাবে তেওঁৰ বংশ ধ্বংস হয় বুলি কোৱা হৈছে। তেওঁৰ পাচৰ পৰা বিদেহৰ কোনো ৰজাই জনক নাম লোৱা নাছিল। এই ছোৱালীজনীৰ সন্তানেই খুব সম্ভৱ নৰক আছিল। কৰাল জনকে

নৰককে হেৰাই পোৱা সন্তান বুলি ফাঁকি দিছিল আৰু ছোৱালীজনীক ধাত্ৰী কৰি ৰাণীৰ পৰা গোপন কৰি ৰাখিছিল ।

কালিকা পুৰাণৰ মতে জনকৰ এই তোলনীয়া পো নৰকেই অসমৰ প্ৰথম আৰ্য ৰজা। নৰকৰ প্ৰাগ্‌জ্যোতিষ আগমন তথা প্ৰাগ্‌জ্যোতিষৰ আৰ্যীকৰণৰ সময় এইমতে খ্ৰীঃ পূঃ অষ্টম শতিকাৰ শেষ ভাগ বা সপ্তম শতিকাৰ আদি ভাগ ।

এই নৰকে কালিকা পুৰাণৰ বৰ্ণনা অনুসৰি--

পশ্চাৎ ললিতকান্তায়াঃ দেশং কৃত্বা অৱধিং পুনঃ।
কৰতোয়া নদীং যাৱৎ কামাখ্যানিলয়ং তু তৎ।।১২৭
তস্মাৎ কিৰাতান্ উৎসাৰ্য ৱেদশাস্ত্ৰাতিগান্ বহূন্।
দ্বিজাতীন্ ৱাসয়ামাস তত্ৰ ৱৰ্ণান্ সনাতনান্।। ১২৮
কাঃ পুঃ ৩৮।১২৭-১২৮

ললিতকান্তা মন্দিৰকে (পায়া দিক্ৰৱাসিনী মন্দিৰকে) সীমা কৰি তাৰ পাচৰ পৰা কামাখ্যানিলয় সামৰি কৰতোয়া নদী (১২৭) পৰ্যন্ত অঞ্চলটোৰ পৰা কিৰাতসকলক উচ্ছেদ কৰি সনাতন বৰ্ণৰ বহু বেদশাস্ত্ৰজ্ঞ দ্বিজ বহুৱায় (১২৮)।

বেদশাস্ত্ৰজ্ঞ এই দ্বিজসকল নৰকৰ সময় খ্ৰীঃ পূঃ সপ্তম শতিকাত প্ৰাগ্‌জ্যোতিষলৈ আহে । এই সময়ত মাগধী, শৌৰসেনী, মহাৰাষ্ট্ৰী আদি প্ৰাকৃতবোৰ জন্ম হোৱা নাছিল। বিকৃত প্ৰাচীন ভাৰতীয় আৰ্যভাষা কোৱা এই আৰ্যসকলৰ মুখত প্ৰাগ্‌জ্যোতিষতে এটা প্ৰাকৃত ভাষাৰ জন্ম হয়। প্ৰাগ্‌জ্যোতিষত বিকাশ লভাৰ বাবে ইয়াক প্ৰাগ্‌জ্যোতিষ প্ৰাকৃত বুলিব পাৰো। এওঁলোকে প্ৰাকৃতত গ্ৰন্থ ৰচনা কৰা নাছিল ; অনাৰ্যভাষী বসতিপূৰ্ণ ৰাজ্য এখনত সংস্কৃত বা প্ৰাকৃতত গ্ৰন্থ ৰচনাৰ প্ৰয়োজনো নাছিল। বৌদ্ধ আৰু জৈন ধৰ্মাৱলম্বীসকলে সংস্কৃত ভাষাৰ সলনি প্ৰাকৃতত গ্ৰন্থ ৰচনা কৰিছিল। কামৰূপত জৈন ধৰ্মৰ প্ৰভাৱ নাছিল ; বৌদ্ধধৰ্মৰ প্ৰভাৱো সন্দেহজনক। বৌদ্ধধৰ্মৰ প্ৰভাৱ আছিল যদি মহাযান পন্থাৰহে প্ৰভাৱ আছিল। মহাযান পন্থাৰ ভাষা আছিল সংস্কৃত। গতিকে অসমত প্ৰাকৃত সাহিত্য ৰচনা হব পৰা সামাজিক পৰিবেশ নাছিল। প্ৰাগ্‌জ্যোতিষ প্ৰাকৃত কথিত ৰূপতেহে আছিল ।

প্ৰাগ্‌জ্যোতিষ প্ৰাকৃত অশোকীয় প্ৰাকৃতৰ দুশ কি তিনিশ বছৰৰ আগৰ ভাষা আছিল। তথাপিও ইয়াত ক্ষ>খ, ক>গ, য>জ, শ>স>হ, ন্য>ন হোৱাৰ উদাহৰণ পোৱা যায়। এনে উদাহৰণ অশোকীয় প্ৰাকৃতত পোৱা হৈছে। এই প্ৰাকৃতৰ সময়ত মহাৰাষ্ট্ৰী, শৌৰসেনী, পৈশাচী, মাগধী, অৰ্ধমাগধী আদি প্ৰাকৃতৰ জন্ম হোৱা নাছিল ; কিন্তু এনে প্ৰাকৃতৰ পৰাই উক্ত সাহিত্যিক প্ৰাকৃতবোৰৰ জন্ম হৈছিল। সেই কাৰণে প্ৰাগ্‌জ্যোতিষ প্ৰাকৃতৰ পৰা উদ্ভৱ হোৱা অসমীয়া ভাষাত এই আটাইবোৰ প্ৰাকৃতৰ লক্ষণ দেখিবলৈ পোৱা যায়। তলত ইয়াৰ উদাহৰণ দিয়া হ'ল :--

১। প্ৰা. ভা. আ-ৰ অঘোষ অল্পপ্ৰাণ ধ্বনি মহাৰাষ্ট্ৰী প্ৰাকৃতত লোপ হয় (যেনে---লোক>লোঅ)। শৌৰসেনী, মাগধী আৰু অৰ্ধমাগধীত ঘোষ ধ্বনি হয় (যেনে--ইতঃ>শৌ ইদো, উপস্থিত>মাগ, উৱস্তিদ, লোক>অৰ্ধমা, লোগ) ; পৈশাচীত ৰক্ষিত হয় (যেনে শত>সত) ; কিন্তু প্ৰাগ্‌জ্যোতিষ প্ৰাকৃতত লোপ, ঘোষ আৰু ৰক্ষিত এই তিনিওটা কাৰ্য হয় ; যেনে-(লোপ) মুকুল>মউল>মল (আমৰ মল) ; (ঘোষ) ৱক>বগ (গৰু বগ, ম'হ বগ, জাঁকুৰি বগ) ; (ৰক্ষিত) পিপীলিকা>পিপৰা (তোমালৈয়ে বুলি, খুন্দো গিঠাগুৰি, পৰুৱা-পিপৰাই খায়), ইত্যাদি।

২। স্বৰমধ্যস্থ ঘোষ অল্পপ্ৰাণ মহাৰাষ্ট্ৰীত লোপ (যেনে---ৱেদনা>ৱিঅনা) ; শৌৰসেনী, মাগধী আৰু অৰ্ধমাগধীত ৰক্ষিত হয় (যেনে--গদা>শৌৰ, গদা, শুষ্কদাৰ>মাগ, শুষ্কদালু, আগমন>অৰ্ধমা, আগমন) ; পৈশাচীত অঘোষ হয় (যেনে--মদন>মতন) ; কিন্তু প্ৰাগ্‌জ্যোতিষত লোপ, ৰক্ষিত আৰু অঘোষ তিনিওটা

হয়, যেনে—(লোপ) আদর্শিকা > *আত্ৰৰহিআ > আহি ; (বক্ষিত) অগুৰু > আগৰ (কাঠ) ; (অঘোষ) ব্ৰাজনিকা > বিচনি, ইত্যাদি ।

৩। স্বৰ মধ্যস্থ অঘোষ মহাপ্ৰাণ মহাৰাষ্ট্ৰী আৰু অৰ্ধমাগধীত হ হয় (যেনে—তথা > মহা, তহা, কথা > অৰ্ধমা, কহা) ; শৌৰসেনী আৰু মাগধীত ঘোষ হয় (যেনে—নাথ > শৌৰ, ণাধ, অথ > মাগ, অধ) ; পৈশাচীত ৰক্ষিত হয় (যেনে—শপথ : > সপথো) ; কিন্তু প্ৰাগ্‌জ্যোতিষত হ, ঘোষ আৰু ৰক্ষিত তিনিওটা হয় ; যেনে—(হ) শিফা > শিহা ; (ঘোষ) শোফ > শোভ (শোভৰ আমুধি, কীৰ্ত্তন, বলিছলন, ১৫) ; (বক্ষিত) কফ > কফ, ইত্যাদি ।

৪। স্বৰমধ্যস্থ ঘোষ মহাপ্ৰাণ মহাৰাষ্ট্ৰী, শৌৰসেনী আৰু মাগধীত হ হয় (যেনে—সাধু > মহা, মাহু, ৱধূ > শৌৰ ৱহূ, ৱিদ্যাধৰ : > মাগ, ৱিয্যাহলে ) ; অৰ্ধমাগধীত বক্ষিত হয় (যেনে—আবাধক : > আবাধতো) ; পৈশাচীত অঘোষ হয় (যেনে—মেঘ : > মেখো) ; কিন্তু প্ৰাগ্‌জ্যোতিষত হ, বক্ষিত আৰু অঘোষ তিনিওটা হয় ; যেনে—(হ) লঘুকা > লেহকা ; (বক্ষিত) শ্লাঘা > *সালাঘ > শলাগ ; (অঘোষ) দৃঢ় > *দাঢ > ডাঠ, লঘু > লখু (কথ্য) ইত্যাদি ।

৫। স্বৰমধ্যস্থ ব সাধাৰণতে মহাৰাষ্ট্ৰী, শৌৰসেনী আৰু পৈশাচীত বক্ষিত হয়(যেনে—কৌৰৱ > মহা, কউৰৱ, কিৰাত : > শৌৰ, কিৰাতো, সৰভসং > পৈচা, সৰফসং) ; মাগধীত ল হয় (যেনে—সাৰস > শালশ) ; অৰ্ধমাগধীত ণ বা ন হয় (যেনে—কৰৱীৰ > কণৱীৰ) ; কিন্তু প্ৰাগ্‌জ্যোতিষত বক্ষিত, ল আৰু ন তিনিওটা হয়, যেনে—(বক্ষিত) কুম্ভকাৰ > কুমাৰ ; (ল) হাৰিদ্ৰিক > *হাৰদ্ধিঅ > হালধি ; (ন) মসৃৰা > *মসুন > মেহন, ইত্যাদি ।

৬। ৰ > ল হোৱাৰ প্ৰৱণতা কেৱল মাগধীতহে পোৱা হয় বুলি কোৱা হয় ; কিন্তু মাগধীৰ বাহিৰে খ্ৰীষ্ট পূৰ্বৰ ভাষা পালি আৰু খ্ৰীষ্টাব্দৰ পাচৰ মহাৰাষ্ট্ৰী, শৌৰসেনী, পৈশাচী আৰু অৰ্ধমাগধীতো পোৱা হয় ; যেনে—পৰিঘ > পালি, পলিঘ ; দৰিদ্ৰ > মহা, দলিদ্দ ; সুপৰিঘটিত : > শৌৰ সুপলিগটিদো ; তৰুণী > পৈচা, তলুনী ; পৰিঘ > অধমা, ফলিহ, ইত্যাদি ।

খ্ৰীঃ পূঃ পঞ্চম শতিকাৰ পৰা খ্ৰীষ্টাব্দৰ অন্তলৈকে প্ৰাগ্‌জ্যোতিষ ৰাজ্যত প্ৰাগ্‌জ্যোতিষ প্ৰাকৃতৰ প্ৰচলন আছিল। এই প্ৰাকৃতত প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ শব্দবোৰৰ তলত দিয়া ধৰণে ধ্বনি পৰিবৰ্তন হৈছিল ; যেনে—প্ৰা. ভা. আ. কুম্ভকাৰ > ম. ভা. আ. (প্ৰাগ্‌জ্যোতিষ প্ৰাকৃত) *কুমৃহগাৰ ; প্ৰা. ভা. আ. কঙ্কতিকা > ম. ভা. আ (প্ৰা. প্ৰা.) *কঙ্কদিকা ; প্ৰা. ভা. আ. ৱৰ্ধকি > ম. ভা. আ. (প্ৰা. প্ৰা.) *ৱড়্‌ঢকি, ইত্যাদি ।

খ্ৰীষ্টাব্দৰ আৰম্ভণিৰ লগে লগে প্ৰাগ্‌জ্যোতিষৰ নাম কামৰূপ হয়। প্ৰাগ্‌জ্যোতিষ প্ৰাকৃতৰ শব্দবোৰৰ ধ্বনি পৰিবৰ্তন ঘটি তলত দিয়া ৰূপবোৰ হল ; যেনে—ম. ভা. আ. (প্ৰা. প্ৰা.) *কুমৃহগাৰ > ম. ভা. আ. (কামৰূপী প্ৰাকৃত)* কুম্মআৰ ; ম. ভা. আ. (প্ৰা. প্ৰা.) *কঙ্কদিকা > ম. ভা. আ. (কা. প্ৰা.) *কঙ্কদিআ ; ম. ভা. আ. (প্ৰা. প্ৰা.) *ৱড়্‌ঢকি > ম. ভা. আ. (কা. প্ৰা.) *বড়্‌ঢই, ইত্যাদি ।

ষষ্ঠ শতিকা আৰম্ভণিৰ লগে লগে কামৰূপী প্ৰাকৃতৰ ধ্বনি পৰিবৰ্তন ঘটি কামৰূপী অপভ্ৰংশ হল ; যেনে—ম. ভা. আ. (কা. প্ৰা.) *কুম্মআৰ > ম. ভা. আ. (কামৰূপী অপভ্ৰংশ) *কুমাআৰ ; ম. ভা. আ. (কা. প্ৰা.)* কঙ্কদিআ > ম. ভা. আ. (কা. অ.) *কঙ্কইআ ; ম. ভা. আ. (কা. প্ৰা.)* বড়্‌ঢই > ম. ভা. আ. (কা. অ.) বাঢই, ইত্যাদি।

একাদশ শতিকাৰ লগে লগে কামৰূপী অপভ্ৰংশৰ পৰা নব্য ভাৰতীয় আৰ্যভাষা অসমীয়াৰ উৎপত্তি হয়। প্ৰায় আঢ়ৈ হাজাৰ বছৰ জুৰি প্ৰাচীন ভাৰতীয় আৰ্যভাষাৰ পৰা নব্য ভাৰতীয় আৰ্যভাষাৰ শব্দবোৰ তলত দিয়া ধৰণে উৎপত্তি হৈছে :—

প্রা. ভা. আ. কুম্ভকাৰ>
ম. ভা. আ. (প্রা. প্রা.) *. কুম্‌হগাৰ>
(কা. প্রা.) * কুম্মআৰ>
(কা. অ.) * কুমাআৰ>
ন. ভা. আ. (অস.) কুমাৰ ;
প্রা. ভা. আ. কঙ্কতিকা>
ম. ভা. আ. (প্রা. প্রা.) * কঙ্কদিকা>
(কা. প্রা.) * কঙ্কদিআ>
(কা. অ.) * কাঙ্কইআ>
ন. ভা. আ. (অস.) কাঁকই, কাঁকৈ ;
প্রা. ভা. আ. ৱৰ্ধকি>
ম. ভা. আ. (প্রা. প্রা.) * ৱড্‌ঢকি>
(কা. প্রা.) * বড্‌ঢই>
(কা. অ.) * বাঢই>
ন. ভা. আ. (অস.) বাঢ়ই, বাঢ়ৈ ; ইত্যাদি।

চমুকৈ কবলৈ গ'লে, খ্রীঃ পূঃ সপ্তম শতিকাৰ আশে-পাশে বিদেহৰ পৰা প্ৰাগ্‌জ্যোতিষলৈ নৰকৰ নেতৃত্বত আৰ্যভাষী লোকসকল আহে। শদিয়াৰ ওচৰৰ পায়াত থকা দিক্‌কৰবাসিনী বা ললিতকান্তাৰ মন্দিৰৰ পৰা কৰতোয়ালৈকে ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰে এই আৰ্যসকলক বহুৱায়। খ্রীঃ পূঃ পঞ্চম শতিকাত এই আৰ্যভাষাৰ পৰা প্ৰাগ্‌জ্যোতিষ প্ৰাকৃতৰ জন্ম হয়। খ্ৰীষ্টাব্দ আৰম্ভণিৰ লগে লগে প্ৰাগ্‌জ্যোতিষৰ নাম কামৰূপ হয় আৰু প্ৰাগ্‌জ্যোতিষ প্ৰাকৃতৰ পৰা কামৰূপী প্ৰাকৃতৰ উদ্ভৱ হয়। খ্ৰীষ্টাব্দ ৬ষ্ঠ শতিকাত কামৰূপী প্ৰাকৃতৰ পৰা কামৰূপী অপভ্ৰংশৰ উৎপত্তি হয়। একাদশ শতিকাৰ আৰম্ভণিৰ আশে-পাশে কামৰূপী অপভ্ৰংশৰ পৰা অসমীয়া ভাষাৰ উৎপত্তি হয়। অসমীয়া ভাষাৰ উৎপত্তি সম্পৰ্কে এয়ে নতুন মত। ০০০

---

সহায় লোৱা গ্ৰন্থ আদি :


১। Kakati, Dr. Banikanta : 1941 : Assamese, Its Formation and Development ;
২। Gune, Dr. P. D. : 1962 : An Introduction to Comparative Philology ;
৩। Chatterji, Dr. S. K. : 1975 : The Origin and Development of the Bengali Language ;
৪। Chaudhuri, Dr. P. C. : 1966 : History of Civilisation of the People of Assam ;
৫। The Board of Secondary Education, West Bengal : 1956 : Pali Grammar ;
৬। নেওগ, ড: মহেশ্বৰ সম্পাদিত : ১৯৫৯ : কীৰ্ত্তন-ঘোষা ;
৭। Piscell, R ; Jha, Subhadra translated : 1965 : Comparative Grammar of the Prakrit Languages ;
৮। ভট্টাচাৰ্য, বিধুশেখৰ : ১৩৫৮ বঙ্গাব্দ : পালিপ্ৰকাশ ;
৯। Majumdar, Dr. R. C. ; Roychaudhuri, Dr. H. C. ; and Datta, Dr. Kalikinkar : 1967 : An Advanced History of India ;
১০। Mishra, Dr. Yogendra : 1981 : History of Videha ;
১১। Sharma, Dr. M. M. edited : 1978 : History of Videha ;
১২। শাস্ত্ৰী, বিশ্বনাৰায়ণ, সম্পাদিত : ১৯৭২ : কালিকাপুৰাণম্ ;
১৩। Hazarika, Bisweswar : 1985 : Assamese Language : Drigin and Development ;
১৪। : ১৯৮৮ : অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ ;
১৫। : ১৯৮৮ : অসমীয়া ভাষাৰ উৎপত্তি আৰু প্ৰাগ্‌জ্যোতিষ প্ৰাকৃত, যতীন গোস্বামী সম্পাদিত "প্ৰবন্ধ সংকলন"ত সঙ্কলিত।

# শিক্ষাবিদ হিচাপে সৰ্বেপল্লী ৰাধাকৃষ্ণণ

ড° নীলিমা দত্ত

বিশ্বদাৰ্শনিক সৰ্বেপল্লী ৰাধাকৃষ্ণণ এগৰাকী বিশ্ব-বৰেণ্য শিক্ষাবিদো। এইগৰাকী মহৎ শিক্ষাবিদৰ শিক্ষানীতি আলোচনা কৰাটো আজি শিক্ষা জগতত অতি প্ৰাসংগিক হৈ উঠিছে। আমাৰ দেশত, বিশেষকৈ, অসমৰ শিক্ষা জগতত যি অবক্ষয়ৰ সূচনা হৈছে, সি একো সময়ত একোটা বানপানীৰ গৰাখহনীয়াতকৈও প্ৰবল যেন লাগে। উদাহৰণ স্বৰূপে একোবাৰ প্ৰবেশিকা পৰীক্ষাত দুইলাখ পঞ্চাশ হেজাৰমান পৰীক্ষাৰ্থীৰ ভিতৰত দুইলাখেই উত্তীৰ্ণ হব নোৱাৰাৰ ঘটনাই দুখীয়া পিতৃ-মাতৃ, চিন্তাশীল অভিভাৱক আৰু ৰাইজৰ একাংশক হতভম্ব কৰি পেলায়। শিক্ষা জগতত মানৱ সম্পদৰ এনে ভয়ংকৰ অপচয়ৰ কাৰণ পুংখানুপুংখকৈ বিশ্লেষণ কৰাৰ ক্ষেত্ৰত ৰাধাকৃষ্ণণৰ শিক্ষানীতিয়ে সহায় কৰিব পাৰে। স্বাধীন ভাৰতৰ চাৰিটা দশকতো শিক্ষাৰ 'হেৰফেৰ' কমাব নোৱাৰাত অসমীয়া ৰাইজে বছৰৰ পিছত বছৰ ধৰি বানপানীৰ কৰাল গ্ৰাসত জীয়াতু ভুগিব লগা হৈছে। এনে লেথাৰি নিছিগা বানপানীক প্ৰাকৃতিক দুৰ্যোগ বুলি আমাৰ দেশৰ শিক্ষা জগতে হাত সাৰি যাব নোৱাৰে। ৰাধাকৃষ্ণণৰ মতে শিক্ষাই মানুহক অজ্ঞতা, অপাৰগতা, জড়তাৰ কাৰণ বিশ্লেষণ কৰিবলৈও শিকায়। বানপানীৰ দৰে সমাজৰ বৃহৎ গৰাখহনীয়াবোৰৰ বাবে আমাৰ শিক্ষা জগতো যে বহু পৰিমাণে জগৰীয়া সেই কথা অকুণ্ঠচিত্তে স্বীকাৰ কৰাৰ প্ৰয়োজন আছে। মানুহ গঢ়াৰ শিক্ষা ব্যৱস্থাত পৰিবেশৰ প্ৰভাব নুই কৰিব নোৱাৰি, কিন্তু মানুহ পৰিবেশৰ দাস নহয়। মানুহে প্ৰকৃত শিক্ষাৰে পৰিবেশ নিয়ন্ত্ৰণ আৰু পৰিবৰ্তন কৰি প্ৰগতিৰ পথত আগবাঢ়ি যাব পাৰে। ৰাধাকৃষ্ণণৰ মতে মানুহেই মানুহৰ ভবিষ্যৎ। আজি শিক্ষাৰ নতুন পৰিকল্পনাত সামাজিক বিভিন্ন কামৰ বাবে উপযুক্ততা আৰ্জনত যথোচিত সাহস, আত্মবিশ্বাস সুদক্ষতা আৰু সততাৰে ভূষিত কৰি ছাত্ৰসকলক আগবঢ়াই দিয়াত গুৰুত্ব দিব লগা হৈছে।

সৰ্বেপল্লী ৰাধাকৃষ্ণণ এগৰাকী প্ৰতিভাবান জন্ম-শিক্ষক। ৰাষ্ট্ৰৰ ৰাজনৈতিক ক্ষেত্ৰত উপৰাষ্ট্ৰপতি আৰু ৰাষ্ট্ৰপতি হিচাপে গুৰুভাৰ বহন কৰাৰ আগতে বিশ্বদাৰ্শনিক গৰাকী দেশৰ কেইবাখনো ৰাজ্যত শিক্ষা জগতৰ লগত নানাভাবে জড়িত হৈ আছিল। শিক্ষকতাৰ কালত তেওঁ শিক্ষাব্ৰতী ছাত্ৰৰ দৰে জ্ঞান সাধনাত নিমগ্ন হৈ পৰিছিল। দেশৰ দুখন বিশ্ববিদ্যালয়ত (অন্ধ্ৰ আৰু কাশী) উপাচাৰ্য্য হৈ থকা কালছোৱাত ৰাধাকৃষ্ণণে শিক্ষক আৰু উপাচাৰ্য্যৰ মাজত বিশেষ ব্যৱধান নাৰাখি নিজকে শিক্ষকৰ শাৰীত থৈহে ভাল পাইছিল। বহু সময়ত উপাচাৰ্য্যৰ প্ৰশাসনীয় নানা অথন্তৰ আৰু আহকালৰ মাজতো শিক্ষকতাৰ মান তেওঁ উৰ্দ্ধত ৰাখিছিল। উপাচাৰ্য্যৰূপে তেওঁ আছিল ছাত্ৰসকলৰ পিতৃ-মাতৃ স্বৰূপ। সেই পবিত্ৰ অভিভাৱকত্ব পালন কৰাৰ সময়ত ছাত্ৰসমাজৰ অধ্যয়ন, উৎকৰ্ষতা আৰু আদৰ্শৰ ওপৰত গুৰুত্ব দিয়া দেখা যায়। ছাত্ৰৰ স্বাৰ্থ বিক্ৰী কৰি, চৰকাৰৰ বহ-

তীয়া হৈ নাইবা আন প্ৰতাপশালী শক্তিৰ লগত কোনো আপোচলৈ সৰ্বেপল্লী ৰাধাকৃষ্ণণ কদাচিতো আহিব লগা নহৈছিল। বৃটিছ ৰাজত্ব কালত কাশী বিশ্ববিদ্যালয়ৰ ছাত্ৰসমাজৰ ওপৰত পুলিচৰ বৰ্বৰতা বন্ধ কৰিবলৈ উপাচাৰ্য্য হিচাপে ৰাধাকৃষ্ণণে সমুখস্থান অধিকাৰ কৰি ন্যায় তৰ্জনীৰে "দাছ্ ফাৰ এণ্ড নো ফাৰ্দাৰ" বুলি পুলিচ বিষয়াক নিৰ্ভীকভাবে নিৰ্দেশ দিছিল। জ্ঞান গৰিমাৰ অধিকাৰী হোৱাৰ উপৰিও তেওঁ সততে ছাত্ৰৰ প্ৰতি স্নেহপৰায়ণ হৈ বিশ্ববিদ্যালয়ৰ মজিয়া পবিত্ৰ আৰু শোভনীয় হোৱাত সহায় কৰিছিল। কিন্তু, ছাত্ৰৰ অন্তৰৰ পৰা শ্ৰদ্ধা আজুৰি আনিবলৈ তেওঁলোকৰ লগত সস্তীয়া ৰাজনীতিত ৰাধাকৃষ্ণণে নিজকে লিপ্ত কৰিব লগা নহৈছিল।

সৰ্বেপল্লী ৰাধাকৃষ্ণণৰ মতে শিক্ষাৰ যোগেদি ব্যক্তিয়ে দ্বিজত্ব অৰ্থাৎ দ্বিতীয় জন্ম লাভ কৰে। শিক্ষাৰ বলত ছাত্ৰসকলে আপোন সত্তাক বুজি পায়। নিজৰ সুপ্ত হৈ থকা প্ৰতিভা, দক্ষতা আৰু প্ৰবৃত্তি উদঘাটন কৰি সেইবোৰৰ সুসংস্কৰণ সমাজৰ কল্যাণাৰ্থে প্ৰয়োগ কৰিব পৰা হয়। শিক্ষাৰ এই উদ্দেশ্য সাধনত আৰু মানুহ গঢ়াৰ দায়িত্ব পালনত শিক্ষকতা শিক্ষকৰ অকল ব্যৱসায় নহৈ জীৱনৰ এক মহৎ প্ৰেৰণা হ'ব লাগে। শিক্ষকে ছাত্ৰসকলক নতুন গণতন্ত্ৰৰ সুনাগৰিক আৰু জ্ঞানৰ ক্ষেত্ৰত তেওঁলোকৰ নতুন অভিজ্ঞতা, নতুন উদ্‌ঘাটন লাভ কৰাত উৎসাহ আৰু একাগ্ৰতা বঢ়াব লাগে। শিক্ষকৰ সহানুভূতি, সদয় ভাব, তৎপৰতা আৰু যত্নই ছাত্ৰৰ মনলৈও শিক্ষকৰ প্ৰতি শ্ৰদ্ধা আৰু আস্থা আনি দিয়ে। শিক্ষক আৰু ছাত্ৰৰ মাজত বিৰাজ কৰা সুস্থ আৰু সহজ সম্বন্ধই শিক্ষাৰ প্ৰকৃত উদ্দেশ্য সাধনত সহায় কৰে। শ্ৰেণীৰ ভিতৰতে একোগৰাকী শিক্ষকৰ ছাত্ৰৰ প্ৰতি কৰ্তব্য শেষ হৈ নাযায়। শ্ৰেণীৰ বাহিৰতো ছাত্ৰৰ 'সম্পূৰ্ণ শিক্ষাত' শিক্ষকৰ অৰিহণা অতুলনীয়। শিক্ষকৰ জীৱন আহিৰে ছাত্ৰ সহজে অনুপ্ৰাণিত হয়। সেয়ে শিক্ষা জগতত শিক্ষকৰ উপদেশতকৈ আহি অধিক সক্ৰিয় হৈ উঠে। প্ৰকৃত শিক্ষকে নিজৰ ধ্যান-ধাৰণা সঘনে আৰোপ কৰি সত্য-অন্বেষণত ছাত্ৰৰ স্বাধীন চিন্তা খৰ্ব নকৰে। অধ্যয়ন কালত আপোন প্ৰতিভা বিকাশত ছাত্ৰক শিক্ষকে প্ৰকৃত সহায়, সংগ আৰু স্বীকৃতি দিব পাৰিব লাগে। তাকে কৰিবলৈ যাওঁতে, শিক্ষক গৰাকীয়ে অহংভাবৰ গৰ্ব ত্যাগ কৰি ছাত্ৰৰ স্তৰলৈ নিজকে নমাই নিব লগাও হ'ব পাৰে।

বিদ্যালয় আৰু বিশ্ববিদ্যালয়সমূহো একোটা জাতিক সুদৃঢ় কৰাৰ অৰ্থে, দেশৰ কল্যাণাৰ্থে আৰু বৃহৎ মানৱ সমাজৰ প্ৰগতিৰ অৰ্থে স্থাপন কৰা হয়। বিশ্ববিদ্যালয় একোখন শিক্ষক আৰু ছাত্ৰৰ বিশ্বমুখী মানসিকতাৰ বাবে সকলো প্ৰকাৰৰ সহায় আৰু সুবিধা পাৰ্য্যমানে আগবঢ়াব পাৰিব লাগে। এই ক্ষেত্ৰত সহানুভূতিৰ কাৰ্পণ্য হলে, ৰাধাকৃষ্ণণৰ মতে শিক্ষক সকলে নিজৰ মহৎ কৰ্তব্যৰ কথা পাহৰি পাঠ্যপুথি লিখা আৰু পৰীক্ষাৰ কামত ব্যস্ত হৈ পৰাৰ সম্ভাৱনা আছে। ছাত্ৰসকলো হতাশাগ্ৰস্ত হৈ অনিশ্চিত পথত বিভ্ৰান্ত হোৱাৰ আশংকা আছে। বৰ্তমান সদৌ পৃথিবীতে ছাত্ৰসমাজৰ মানসিক অনিশ্চয়তা আৰু অস্থিৰতালৈ লক্ষ্য ৰাখি তেওঁলোকক দোষাৰোপ কৰাৰ বাবে সমালোচকৰ সংখ্যা বৃদ্ধি পাইছে, কিন্তু ছাত্ৰসকলৰ সমুখত প্ৰকৃত আদৰ্শ দাঙি ধৰাত সুধীজনৰ অভাৱো পৰিলক্ষিত হৈছে। শিক্ষাবিদসকলৰ নীতি আৰু পৰিকল্পনাত উদাৰ আৰু গভীৰ দৃষ্টিৰ অভাৱ ঘটিছে। একোসময়ত, ঠেক পৰিসৰৰ ঘোৰ জাতীয়তাবাদ আৰু আঞ্চলিকতাবাদৰ মাজত বিশ্বমুখী মনোভাৱ বিনষ্ট হৈছে আৰু সমাজৰ প্ৰগতিসূচক প্ৰযত্নৰ অভাৱ দেখা গৈছে। ফলত, শিক্ষালয়ত বৰ বেমেজালিৰ মাজত শিক্ষক আৰু ছাত্ৰই নিৰলে সাধনা কৰাৰ অৱকাশ নোহোৱা হৈ আহিছে। মানব সমাজৰ অনিবাৰ্য্য পৰিবৰ্তনলৈ লক্ষ্য ৰাখি দেশৰ শিক্ষা ব্যৱস্থা সুনিয়ন্ত্ৰিত কৰাৰ প্ৰয়োজন যে আছে সেই কথা সঁকিয়াই দিবলৈ ৰাধাকৃষ্ণণে পাহৰা নাই। তেওঁৰ মতে দলগত ধৰ্ম আৰু ৰাজনীতিৰ উৰ্দ্ধলৈ উঠি শিক্ষক-ছাত্ৰ

উভয়ে শিক্ষাৰ মান নিম্নগামী হোৱাত বাধা প্ৰদান কৰিব লাগে। শিক্ষাক প্ৰগতিমূলক কৰিবলৈ শিক্ষক আৰু ছাত্ৰৰ বৌদ্ধিক সততাৰ প্ৰয়োজন আছে বুলিও ৰাধাকৃষ্ণণে ভাবে।

বৰ্তমান সমাজ আৰু সভ্যতাৰ অস্থিৰতা আৰু অনিশ্চয়তাৰ কাৰণ বিশ্লেষণ কৰি সৰ্বেপল্লী ৰাধাকৃষ্ণণে দেখুৱাইছে যে আজি আধুনিক মানুহে এফালে পুৰাতন ঐতিহ্যৰ মূলত সাৰপানী যোগাব নোৱাৰাৰ ফলত আমাৰ ঐতিহ্যাই ঠেৰুছিঙা অৱস্থা পাইছেহি। শিপা ছিঙি ঐতিহ্য লেহুকা হৈ পৰিছে। আনহাতে, আজিৰ মানুহে নতুনৰ মাহাত্ম্যকো সম্পূৰ্ণভাৱে আকোৱালি ল'ব পৰা নাই। একো সময়ত এফালে সম্ভোগ, বিলাস, প্ৰাচুৰ্য্য আৰু পৰাক্ৰম, আনফালে দাৰিদ্ৰ, দুৰ্দশা আৰু নিষ্পেষণৰ মাজত সভ্যতাৰ ভেটি কপি উঠিছে। বৈজ্ঞানিক আৱিষ্কাৰ আৰু সাংস্কৃতিক সৃষ্টিৰ অপপ্ৰয়োগ হোৱাত সমাজৰ শান্তি হানি হৈছে। ৰাধাকৃষ্ণণে মানুহৰ এই দোধোৰমোৰ অৱস্থাৰ অৱসান ঘটোৱাৰ বাবে শিক্ষাজগতত মানবীয় মূল্যবোধৰ ভেটিত নতুনক প্ৰতিষ্ঠা কৰাৰ পৰামৰ্শ আগবঢ়াইছে। সময়ৰ দাবীত সমাজৰ পৰিবৰ্তন আৰু নতুন ৰূপান্তৰ কাম্য, কিন্তু নতুনৰ মোহত যাতে মানৱতাক নেওচা দিব লগা নহয়, সেইকথা সকিয়াই দি তেওঁ 'সভ্যতাৰ ভৱিষ্যৎ' (কল্কি) নামৰ পুথিৰ এঠাইত লিখিছে, "অকল বাহ্যিক জগতৰ জ্ঞান আহৰণে অন্তৰ শুদ্ধ কৰিব নোৱাৰে। মানৱ জাতিৰ মাজত যুদ্ধ লাগি আছে, আৰু এই যুদ্ধ অস্ত্ৰৰ যুদ্ধ হৈ থকা নাই। এতিয়া চলিছে যন্ত্ৰৰ সংগ্ৰাম। মানুহ এতিয়া চিকাৰী জন্তু। স্বাৰ্থপৰতাৰ ভাৱ দমন নকৰিলে মানুহ আৰু ভয়াবহ হৈ পৰিব। কাৰণ, আনৰ অনিষ্ট কৰিব পৰা ক্ষমতা মানুহৰ আগতকৈ হেজাৰ গুণে বাঢ়িছে।" সময়ৰ পৰিবৰ্তনক মানবীয় মূল্যায়নেৰে চালিজাৰি চাইহে গ্ৰহণ কৰাৰ পক্ষপাতী সৰ্বেপল্লী ৰাধাকৃষ্ণণ। তেওঁৰ মতে, শিক্ষাই নতুন নতুন উদঘাটনেৰে পৰিবৰ্তন সাধন কৰি সমাজক আগুৱাই নিব পাৰিব যদিহে সেই উদ্‌ঘাটন আৰু পৰিবৰ্তন মানৱতাৰ পৰিপন্থী নহয়।

ৰাধাকৃষ্ণণৰ মতে জ্ঞান অকল সম্ভেদ বা পাণ্ডিত্য নহয়, ই মাথো বিশ্লেষণ বা সমালোচনা নহয়। জ্ঞান হ'ল সাধনালব্ধ গভীৰ শিক্ষা। নিয়মানুবৰ্তিতা, সমন্বয়ী ভাব আৰু আধ্যাত্মিকতাই শিক্ষাৰ গভীৰতা বঢ়ায়। যি বিষয়তে অধ্যয়ন নহওক লাগে, সেই বিষয়ৰ গভীৰলৈ যাব পৰা প্ৰস্তুতি ছাত্ৰৰ থাকিব লাগিব। শিক্ষা শিকাৰুৰ তেজৰ লগত মিহলি হৈ যাব লাগিব। উচ্চ শিক্ষালয়ত একোটা বিষয়ৰ মূল আৰু বিকাশৰ জ্ঞান লাভ কৰিবলৈ ছাত্ৰৰ হেপাহ আৰু সাধনাৰ প্ৰয়োজন। লগতে ছাত্ৰৰ জ্ঞান লাভৰ বাবে ধাউতি বঢ়াই, উপযুক্ত মানসিকতা গঢ়ি তুলিবলৈ শিক্ষকৰ সহনশীলতা আৰু সহানুভূতি বিশেষ সহায়। শিক্ষাৰ উদ্দেশ্য সত্যপ্ৰাপ্তিতে শেষ নহয়, সেই সত্যক সমাজৰ কল্যাণ-সাধনত প্ৰয়োগ কৰিব পৰাতহে শিক্ষাৰ সাৰ্থকতা। শিক্ষাৰ সাৰ্থকতা মানুহে আজি লোৱা বস্তুৰ প্ৰাচুৰ্য্যতে নিৰ্ভৰ নকৰে, আচলতে সাৰ্থকতাই মনৰ চহকী অৱস্থাহে সূচায়। চহকী মনৰ মানুহে সহজে জন-কল্যাণৰ হকে জীৱন উচৰ্গা কৰিব পাৰে। সেই সামৰ্থতে শিক্ষাৰ সাৰ্থকতা যথাৰ্থতে সাঙোৰ খাই আছে।

অকল বুদ্ধিমান আৰু বলবানৰ কাৰণে নহে শিক্ষাই দুৰ্বলী আৰু বাধাগ্ৰস্তসকলকো সমাজ-জীৱনৰ কাৰণে সক্ষম কৰি তোলা প্ৰয়োজন। দীন, হীন, দুৰ্বলী আৰু মহিলাসকল শিক্ষাৰ পৰা বঞ্চিত হ'ব লগা হলে, এই বঞ্চনা সামাজিক অবিচাৰ আৰু মানৱতাৰ অপমান হিচাবে পৰিগণিত হোৱা উচিত। ৰাধাকৃষ্ণণে ভাবে—সমাজক আগুৱাই নিবলৈ পুৰুষৰ লগে লগে নাৰীয়েও সমানে শিক্ষাৰ পোহৰ পোৱা দৰকাৰ। বিশ্বদাৰ্শনিক গৰাকীয়ে বিশ্বাস কৰে—এটা মহৎ সভ্যতাক গঢ় দিবলৈ সুশিক্ষিতা নাৰীৰ অধিহণাৰো প্ৰয়োজন। এটা মহৎ জাতিৰো জন্ম হয় শিক্ষিতা মাতৃৰ সু-সন্তানৰ ফলতে। সৰ্বেপল্লী ৰাধা-

কৃষ্ণণে সততাৰে স্বীকাৰ কৰিছে যে নাৰীৰ ওপৰত চলি থকা সামাজিক অবিচাৰে মানৱ সভ্যতা ব্যাহত কৰিছে ।

শিক্ষাজগতত পুথিৰ দ্বাৰা যিদৰে বিদ্যা আৰ্জিব পাৰি, সেইদৰে জীৱনবোধো লাভ কৰিব পাৰি । সামাজিক জীৱনত বিদ্যা আৰু জীৱনবোধ দুয়োবিধ শিক্ষাৰে প্ৰয়োজন । সমগ্ৰ শিক্ষাৰ কাৰণে পুথিও নানা বিধৰ আছে । তাৰে কিছুমান বিশেষকৈ 'ক্লাচিক'ৰ চিৰকলীয়া মূল্যবোধৰ উমান আছে । সাৰ্থক জীৱনৰ কাৰণে ছাত্ৰসকলে বিদ্যা শিক্ষাৰ লগতে মানবীয় মূল্যবোধৰ জ্ঞান লাভৰ সুবিধা আৰু ব্যৱস্থা থকা পৰিকল্পনা যুগুতাবলৈ ৰাধাকৃষ্ণণে শিক্ষাবিদ সকললৈ পৰামৰ্শ আগবঢ়াইছে । সৰ্বেপল্লী ৰাধাকৃষ্ণণ মূলতঃ দাৰ্শনিক । দাৰ্শনিক দৃষ্টিৰে তেওঁ শিক্ষাৰ লগতে আধ্যাত্মিকতাৰ চৰ্চাত গুৰুত্ব আৰোপ কৰিছে । কিন্তু তেওঁৰ আধ্যাত্মিকতা অকল পূজাৰীৰ ঈশ্বৰ চিন্তাত মনৰ বিভোৰ অৱস্থা নহয় । আধ্যাত্মিকতা তেওঁৰ মতে এক নীৰৱ মানসিক প্ৰক্ৰিয়া । সেই প্ৰক্ৰিয়াই মহৎ সাধনাত মানুহক সহায় কৰে । আধ্যাত্মিকতাৰ বলত মানুহে চূড়ান্ত চেতনাৰ অধিকাৰী হ'ব পাৰে । আধ্যাত্মিকতা মানুহৰ সুখ, দুখ, হাঁহি, কান্দোন পাহৰি থকা অৱস্থা নহয় । ৰাধাকৃষ্ণণে আধ্যাত্মিকতাক বিজ্ঞানৰ পৰিপন্থী বুলি কোৱা নাই । জীৱন আৰু জগতৰ সত্য উদ্‌ঘাটনত মানুহৰ আধ্যাত্মিকতা বৈজ্ঞানিক দৃষ্টিৰে পৰিপুষ্ট হ'ব পাৰে । তেওঁৰ মতে বৈজ্ঞানিক আইনষ্টাইন আৰু দাৰ্শনিক বিবেকানন্দ—এই দুয়োজনা মনীষাৰ মংগলময় চেতনাক আধ্যাত্মিক বুলিব পাৰি । কিন্তু, আধুনিক শিক্ষালয়ত আধ্যাত্মিকতাৰ প্ৰকৃত অৰ্থ ভুল কৰি ইয়াক পাঠ্যক্ৰমৰ ড্ৰিল বা শ্বাস-প্ৰশ্বাসৰ কছৰতাত আৱদ্ধ ৰাখিলে । শিক্ষাৰ্থীসকল মল্লযুদ্ধত পাৰ্গত হ'ব পাৰিলেও, মানৱতাৰ জয়গান গাবলৈ সমৰ্থ নহবও পাৰে। প্ৰকৃততে, আধ্যাত্মিকতাই ছাত্ৰৰ মনত মানৱ প্ৰেমৰ অমূল্য সম্পদ প্ৰদান কৰে । বিশ্বদাৰ্শনিক ৰাধাকৃষ্ণণ আছিল আধ্যাত্মিকতাৰ সাধক । আধ্যাত্মিক দৃষ্টিৰে দাৰ্শনিক গৰাকীয়ে শিক্ষাৰ সমগ্ৰতাৰ ওপৰত গুৰুত্ব দিয়া নীতি সমৰ্থন কৰিছে ।

———

# ভাৰতৰ প্ৰজাতীয় প্ৰকাৰ আৰু তাৰ উৎপত্তি

ড° ভূবনমোহন দাস

ভাৰতৰ আদিম অধিবাসী কোন সেই বিষয়ে থকা মতামতবোৰৰ ভিতৰত দুটাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হয়। প্ৰথম, বিখ্যাত নৃতাত্বিক ড⁰ বিৰজা শংকৰ গুহ প্ৰমুখ্যে কেইবাজনেও বিশ্বাস কৰে যে নিগ্ৰ প্ৰজাতিৰ এটা উপভাগ নেগ্ৰিট'সকল ভাৰতৰ প্ৰথম বাসিন্দা। আনহাতে, আন এগৰাকী প্ৰসিদ্ধ নৃতাত্বিক ড⁰ শশাঙ্ক শেখৰ সৰকাৰকে আদি কৰি আন এচাম গৱেষকে যুক্তিসহ প্ৰতিষ্ঠা কৰিছে যে অষ্ট্ৰেলীয় প্ৰজাতিৰ লোকেহে ভাৰতৰ আদিম অধিবাসী। ড⁰ গুহৰ লিখনি চৰকাৰী নথিপত্ৰতো প্ৰকাশ পাইছিল। সেইবাবে সেইবোৰ বহলভাৱে প্ৰচাৰিত হৈছিল। বিভিন্ন স্তৰৰ লোকে সহজে পাব পাৰিছিল। ফলত গুহৰ মত জনপ্ৰিয় হৈ উঠিল। কিন্তু ড⁰ সৰকাৰৰ আদিৰ লিখনিসমূহ বৈজ্ঞানিক প্ৰবন্ধ আৰু কিতাপতে সীমাবদ্ধ থকা বাবে সিমান প্ৰচাৰ হোৱা নাই আৰু সকলোৰে হাতত সহজে পৰাৰ সুবিধা হোৱা নাই। এই লিখকেও নানান সমল বিশ্লেষণ কৰি ড⁰ সৰকাৰৰ যুক্তিত পতিয়ন গৈ তেওঁৰ মতবাদৰ প্ৰতি সমৰ্থন জনাই আহিছে। যেয়ে নহওক, ভাৰতৰ আদিম অধিবাসীৰ বিষয়ে আলোচনা কৰাটো এই প্ৰবন্ধৰ মুখ্য উদ্দেশ্য নহয়।

বিভিন্নজনৰ লিখনিৰ পৰা পোৱা যায় যে বিভিন্ন সময়ত চামে চামে বিভিন্ন বিধৰ লোক ভাৰতত প্ৰবেশ কৰিছিল। প্ৰজাতিগত ভাবে ভূমধ্য সাগৰীয়, কিন্তু সাধাৰণতে দ্ৰাবিড় নামে পৰিচিত লোক উত্তৰ-পশ্চিম দিশৰ পৰা ভাৰতবৰ্ষত প্ৰবেশ কৰে। তেওঁলোকৰ এটা ভাগে সিন্ধু উপত্যকাৰ সভ্যতা (আজিকালি হৰাপ্পা সভ্যতা নামে বিদিত) গঢ়ি তোলে। ইয়াৰ পিছত প্ৰায় একে দিশৰ পৰা ইণ্ড'-আৰ্য্য সকল আহে। তেওঁলোকে ভাৰতত নতুন সভ্যতাৰ পাতনি মেলে। তেওঁলোকৰ অগাপিচাকৈ প্ৰায় একে দিশৰ পৰা আহে ইৰাণ'চিথীয়সকল। ইণ্ড'-আৰ্য্যসকলে গংগা উপত্যকাৰে পূবলৈ আগবাঢ়ে। আনহাতে ইৰাণ'-চিথীয় সকল সিন্ধুনদীৰ পাৰে পাৰে দক্ষিণলৈ গতি কৰি গুজৰাট, মহাৰাষ্ট্ৰত উপস্থিত হয়। তাৰপৰা সোণ আৰু নৰ্মদা উপত্যকাৰে বংগদেশত প্ৰবেশ কৰে। অসমলৈও আহে। এই দুবিধ লোকে উত্তৰ ভাৰতত আধিপত্য বিস্তাৰ কৰাৰ ফলত ভূমধ্য সাগৰীয়সকল দাক্ষিণাত্যলৈ আঁতৰি যায়। অৱশ্যে উত্তৰ ভাৰততো তেওঁলোকৰ বংশধৰ কিছুমানক দেখা পোৱা যায়। উত্তৰ পূবৰ পৰা মঙ্গোলীয় লোক সকল ভাৰতলৈ প্ৰব্ৰজন কৰে।

এনেবোৰ লিখনি পঢ়িলে এনে ধাৰণা হয় ভাৰতবৰ্ষখন যেন শূন্যপুৰী আছিল। সময়ে সময়ে বাহিৰৰ পৰা হোৱা প্ৰব্ৰজনৰ ফলত ভাৰিতে বিভিন্ন বিধ মানুহক স্থান দি আহিছে। ভাৰতবৰ্ষত যেন বিৱৰ্তনৰ কোনো প্ৰক্ৰিয়াই ঘটা নাছিল।

চাৰ আৰ্থাৰ কীথ নামৰ এগৰাকী প্ৰখ্যাত নৃতাত্বিকে এই কথালৈ আঙুলিয়াই গৈছে। তেওঁ আশ্চৰ্য্য প্ৰকাশ কৰি কৈছে যে ভাৰতৰ প্ৰজাতি প্ৰকাৰৰ

মাজত থকা বিভিন্নতাৰ ব্যাখ্যা দিবলৈ সদায় ভাৰতৰ বাহিৰলৈ চোৱা হয়। ভাৰততো যে কোনো বিধ প্ৰজাতি প্ৰকাৰৰ উদ্ভৱ হ'ব পাৰে তালৈ কোনোৱে কাণসাৰ নকৰে। ভাৰততো এতিয়া আৰু অতীততো বিৱৰ্তনৰ প্ৰক্ৰিয়াৰ বিষয়ে ভাবিবৰ সময় হৈছে। কীথৰ মতে ভূহই তেলেগু বামুণৰ মাজত যিটো মূল প্ৰজাতীয় প্ৰকাৰৰ প্ৰাধান্য দেখিছে তাৰ উৎপত্তি অষ্ট্ৰেলীয় প্ৰকাৰৰ পৰা হোৱাৰ সম্ভাৱনা আছে। ড০ সৰকাৰে কীথৰ মতবাদৰ প্ৰতি সমৰ্থন জনাইছে।

জনসমষ্টিৰ জৈৱিক দিশত হোৱা পৰিবৰ্তনৰ কাৰণবোৰ, সেইবোৰে কেনেকৈ প্ৰক্ৰিয়া কৰে, ইত্যাদি বিষয়ে এটা সময়ত বৈজ্ঞানিকসকলৰ সম্যক জ্ঞান নাছিল। কিন্তু এতিয়া চাৰিটা মূল জৈৱিক কাৰণ চিনাক্ত কৰা হৈছে। যেনে—উৎপৰিবৰ্তন, নিৰ্বাচন, আনুবংশিক সম্প্ৰবাহ আৰু সংকৰণ। এই প্ৰক্ৰিয়াবোৰে বেছি সক্ৰিয় বা নিষ্ক্ৰিয় কৰিবলৈ আন কেইটামান কাৰক আছে। যেনে, প্ৰব্ৰজন, একককীকৰণ, ভৌগোলিক পৰিবেশ, বিবাহ পদ্ধতি ইত্যাদি। এনে দৃষ্টিকোণৰ পৰা ভাৰতবৰ্ষকে ধৰি পৃথিবীৰ কেইবাটাও জনসমষ্টি সাম্প্ৰতিক কালৰ অধ্যয়ন কৰি সেই জনসমষ্টিবোৰৰ মাজত অনুবিৱৰ্তনৰ প্ৰক্ৰিয়া অব্যাহত থকা দেখা গৈছে; যাৰ ফলত কোনো কোনো জনসমষ্টিয়ে জৈৱিক পৰিবৰ্তনৰ দ্বাৰা নতুন শাৰীৰিক বৈশিষ্ট্য আহৰণ কৰিছে।

নৃতত্বৰ এনে ধৰণৰ পৰিবৰ্তিত চিন্তাধাৰালৈ লক্ষ্য ৰাখি ড০ সৰকাৰে বিভিন্ন তথ্যপাতি বিশ্লেষণ কৰি ১৯৫৮ চনতেই এই সিদ্ধান্তত উপনীত হৈছিল যে বৰ্তমানৰ ইণ্ড'-দ্ৰাবিড়সকল অষ্ট্ৰেলীয় প্ৰকাৰৰ পৰা উদ্ভৱ হৈছে। বিভিন্ন ধৰণৰ পৰিবেশৰ প্ৰভাৱত হোৱা জৈৱিক পৰিবৰ্তনৰ ফলস্বৰূপে একালৰ অষ্ট্ৰেলীয় প্ৰকাৰে আজিৰ দ্ৰাবিড় ৰূপ ধাৰণ কৰিছে। পৰিতাপৰ বিষয় যে ড০ সৰকাৰৰ অকাল মৃত্যুৰ বাবে তেওঁৰ এই মতবাদ বহলভাৱে প্ৰচাৰিত নহ'ল। পিছৰ এচাম গৱেষকে এনে অনুবিৱৰ্তনৰ ধাৰা ভাৰতৰ বিভিন্ন জনসমষ্টিত থকাটো প্ৰমাণ কৰিছে যদিও অষ্ট্ৰেলীয়ৰ পৰা ইণ্ড' দ্ৰাবিড়ৰ উৎপত্তি হোৱা ঘটনাটোলৈ বিশেষ মনোযোগ নিদিলে।

এই লিখকে নিজৰ লিখনিত ড০ সৰকাৰৰ মতবাদৰ প্ৰতি সমৰ্থন জনোৱাৰ লগতে এইটো ক'বলৈ বিচাৰিছিল যে দাক্ষিণাত্যত মূল ইণ্ড' দ্ৰাবিড় প্ৰকাৰটোৰ উৎপত্তি হ'ল। উত্তৰ ভাৰতত আগতে উল্লেখ কৰি অহা কাৰকবোৰৰ প্ৰভাৱত তেওঁলোকে বেলেগ বৈশিষ্ট আহৰণ কৰিলে। উত্তৰ পূব ভাৰতত অলপ বেলেগ প্ৰকাৰ দেখা যায়। বিভিন্ন বিধ ইণ্ড' দ্ৰাবিড়ৰ মাজত থকা সাদৃশ্য আৰু বৈসাদৃশ্যৰ ব্যাখ্যা মূল কাৰকবোৰ বিশ্লেষণ কৰি দিব পৰা যায়। সংকৰণ প্ৰক্ৰিয়াৰ কথা বিশেষভাৱে মনত ৰাখিবলগীয়া। তেওঁলোক ভাৰতৰ নানা ঠাইত নানা প্ৰজাতীয় প্ৰকাৰৰ লগত সংমিশ্ৰিত হৈছে। বিবৰ্তনৰ গতি বৰ মন্থৰ। জৈৱিক পৰিবৰ্তনবোৰ লক্ষণীয় হ'বলৈ বহুদিন লাগে। সূক্ষ্ম দৃষ্টিৰে নিৰীক্ষণ নকৰিলে চকুত নপৰে।

এইখিনিতে এটা কথা উল্লেখ কৰিব পাৰি যে অষ্ট্ৰেলীয়সকল প্ৰাক্-দ্ৰাবিড় নামেৰেও পৰিচিত। অৰ্থাৎ বহুতেই নতুন চিন্তাধাৰাৰ লগত পৰিচিত নোহোৱাকৈয়ে অষ্ট্ৰেলীয় প্ৰকাৰটো দ্ৰাবিড়ৰ আদি প্ৰকাৰ বুলি স্বীকাৰ কৰি লোৱা যেন লাগে। অৱশ্যে তেওঁলোকে এনেকৈ উৎপত্তি হোৱাৰ কথা কোৱা নাই।

আগতেই উল্লেখ কৰি অহা হৈছে যে হৰাপ্পা সভ্যতা ভূমধ্য সাগৰীয়ৰ এটা প্ৰকাৰৰ অৱদান বুলি কোৱা হয়। অৱশ্যে বহুতো পণ্ডিতে হৰাপ্পাৰ পৰা উদ্ধাৰিত কংকালৰ অৱশেষবোৰ অধ্যয়ন কৰি হৰাপ্পাৰ জনসমষ্টিৰ মাজত বিভিন্ন প্ৰজাতীয় প্ৰকাৰ বিচাৰি পাইছে। তাৰ ভিতৰত এটা হ'ল অষ্ট্ৰেলীয়। ড০ সৰকাৰে বিভিন্ন অৱশেষবোৰ পৰীক্ষা কৰি হৰাপ্পা

জনসমষ্টিৰ মূলভেটি অষ্ট্ৰেলীয় প্ৰকাৰৰ দ্বাৰা গঠিত বুলি মত প্ৰকাশ কৰিছে ।

ড' প্ৰতাপ চন্দ্ৰ দত্তই পুৰাতাত্ত্বিক সমলবোৰ বিশ্লেষণ কৰি স্পষ্টভাৱে ক'বলৈ বিচাৰে যে সিন্ধু উপত্যকাত হৰাপ্পা জনসমষ্টিৰ আগতে প্ৰাক্-হৰাপ্পা জনসমষ্টিয়ে বাস কৰিছিল। অৱশ্যে হৰাপ্পা আৰু প্ৰাক্-হৰাপ্পা জনসমষ্টিৰ মাজত থকা প্ৰকৃত সম্বন্ধ নিৰ্ণয় কৰা টান। কিয়নো প্ৰাক্-হৰাপ্পা জনসমষ্টিত তেনে কোনো কংকালৰ অৱশেষ এতিয়ালৈ উদ্ধাৰিত হোৱা নাই। কিন্তু অন্যান্য তথ্য বিশ্লেষণ কৰি এই সিদ্ধান্তত উপনীত হ'ব পৰা যায় যে প্ৰাক্-হৰাপ্পা আৰু হৰাপ্পাৰ মাজত জৈৱিক সম্বন্ধ আছিল আৰু তেনে আনুবংশিক সম্বন্ধ অবিচ্ছিন্নভাৱে আছিল। লগতে এইটো কথা ক'ব পৰা যায় যে প্ৰাক্-হৰাপ্পা জনসমষ্টি হৰাপ্পা জনসমষ্টি বাস কৰা ঠাইতে আছিল। গতিকে হৰাপ্পা জনসমষ্টিৰ আদিপুৰুষক প্ৰাক্-হৰাপ্পা জনসমষ্টিৰ মাজত বিচাৰি পোৱা যায়। অৱশ্যে আন অঞ্চলৰ জনসমষ্টিৰ শাৰীৰিক বৈশিষ্টৰ লগত এওঁলোকৰ সাদৃশ্য আছিল। তেনে হোৱাৰ গুৰিতে হ'ব পাৰে যে এই সকলোবোৰ জনসমষ্টিৰ একে গোটৰ অন্তৰ্ভূক্ত আছিল ।

এইবোৰ যুক্তি মানি ল'লে হৰাপ্পা সভ্যতা গঢ় দিয়া লোকসকলক ভাৰতৰ বাহিৰৰ পৰা অনাৰ কোনো প্ৰয়োজনীয়তা দেখা নাযায়। তেওঁলোক তাৰেই থলুৱা লোক ।

ইণ্ড'-আৰ্য্যসকলৰ বিষয়েও এনে ধৰণে চিন্তা কৰাৰ যুক্তি আছে। উদ্ধাৰিত কংকালৰ অৱশেষ-বোৰে সাক্ষী দিয়ে যে—ইৰাণ, ইৰাক, আফগানিস্থান, মধ্য এচিয়া আৰু ভাৰতৰ মানুহৰ মাজত পুৰণি কালৰ পৰা সাদৃশ্য আছে। তাৰ দ্বাৰা এইটোকে ধৰি ল'ব লাগিব নে ইণ্ড'-আৰ্য্যসকল সেইবোৰ ঠাইৰ পৰা অহা ? এনে সম্ভাৱনাৰ কথা ভাবিব নোৱাৰিনে যে গোটেইবোৰৰে আদি পুৰুষৰ উৎপত্তি একেটা উৎ-সৰ পৰাই হোৱা বাবেই এনে ধৰণৰ মিল থাকিব পাৰে ? ভাৰত উপ-মহাদেশৰ উত্তৰ পশ্চিম অঞ্চলত ইণ্ড'-আৰ্য্যসকলে এক বৈশিষ্ট আহৰণ কৰি মূল গোটটোৰ এনে এটা প্ৰকাৰ গঠন কৰিলে, যিটোক ভাৰতীয় প্ৰকাৰ বুলি আখ্যা দিব পাৰি। দিন যোৱাৰ লগে লগে নতুন নতুন সমল উদ্ধাৰ হ'ব ধৰিছে, ন ন চিন্তাধাৰাৰ প্ৰবৰ্তন হৈছে। এনে অৱস্থাত ভাৰতৰ জনসমষ্টি বা প্ৰজাতীয় প্ৰকাৰৰ বিষয়ে নতুনকৈ ভবাৰ সম্ভাৱনা থকাৰ কথালৈ আগ্ৰহী ব্যক্তিৰ দৃষ্টি আকৰ্ষণ কৰাটোকে এই ক্ষুদ্ৰ প্ৰবন্ধৰ প্ৰয়াস ।

যদিও জৈৱিক দিশৰ ওপৰত দৃষ্টিপাত কৰি আলোচনাৰ পাতনি মেলা হৈছে, তথাপি এই প্ৰসঙ্গত এটা কথা উল্লেখ নকৰিলে এচাম পণ্ডিতৰ প্ৰতি অবি-চাৰ কৰা হ'ব। সাম্প্ৰতিক কালৰ কোনো কোনো পণ্ডিতে সংস্কৃত সাহিত্য, ভাষা আৰু লগতে আন কিছুমান সমলৰ ওপৰত ভিত্তি কৰি এনে মত পোষণ কৰে যে আৰ্য্যসকল ভাৰতৰ বাহিৰৰ পৰা অহা জন-সমষ্টি নহয়, তেওঁলোকৰ উৎপত্তি ভাৰতবৰ্ষতেই ।

o-o-o

# আইনষ্টাইন আৰু মহাকৰ্ষণ তৰংগ

ড° কুলেন্দু পাঠক

বিংশ শতিকাৰ তথা মানৱ ইতিহাসৰ অতি স্মৰণীয় নাম এটা হ'ল, এলবাৰ্ট আইনষ্টাইন। এইজনা মানৱদৰদী আৰু বিশ্বপ্ৰেমিক ব্যক্তি বিজ্ঞানী হিচাপে চিৰনমস্য। পৰৱৰ্তী কালৰ বহুতো বিজ্ঞানীয়ে আইনষ্টাইনৰ বিস্ময়কৰ প্ৰতিভাৰ বিষয়ে উল্লেখ কৰিছে। আধুনিক বিজ্ঞানৰ বিখ্যাত ধাৰণা সমূহৰ লগত আইনষ্টাইনৰ যুগজয়ী তত্বসমূহ ওত-পোতভাৱে জড়িত। পৰমাণুৰ গতি, পোহৰৰ প্ৰকৃতি, নিউক্লিয়াছৰ শক্তি, ভৰ আৰু শক্তিৰ সমতুল্যতা, স্থান আৰু কালৰ ওতপ্ৰোত সম্পৰ্ক আৰু মহাকৰ্ষণৰ জ্যামিতিক তত্ব—ইত্যাদি বিখ্যাত ধাৰণাৰ লগত এইজনা মনীষীৰ নাম চিৰকালে জড়িত।

আইনষ্টাইনৰ ছাত্ৰজীৱন তথাকথিত দৃষ্টি-ভংগীৰে চালে অতি সাধাৰণ। প্ৰচলিত ধ্যান-ধাৰণা, তেওঁৰ দেশ জাৰ্মানীৰ যুদ্ধসজ্জা, স্কুলৰ গতানুগতিক কাৰ্য্যক্ৰমৰ বিৰুদ্ধে তেওঁ মনে মনে বিদ্ৰোহী হৈ উঠিছিল। এবাৰ এজন শিক্ষকে হেনো এনেদৰে সকিয়াইছিল—'তুমি জীৱনত কোনো দিনে একোকে কৰিব নোৱাৰিবা।' মাকৰ বাহিৰে ল'ৰা আইনষ্টাইনৰ সম্ভাৱনাপূৰ্ণ প্ৰতিভাৰ কথা কোনেও বোধ-কৰো গম পোৱা নাছিল।

পাঁচ বছৰ বয়সত জ্বৰত ভুগি থকা আইনষ্টাইনক দেউতাকে এটা কম্পাছ উপহাৰ দিছিল। কম্পাছ-কাটাৰ গতিৰ বিশেষত্ব দেখি আইনষ্টাইনে হেনো উত্তেজনাত সমগ্ৰ ৰাতি শুব নোৱাৰিলে। চুম্বকক্ষেত্ৰ বা ফিল্ডৰ যাদুই হয়তো সেই বয়সতে তেওঁক মুহিছিল।

চুইজাৰলেণ্ডৰ বিখ্যাত জুৰিখ পলিটেক্‌নিকৰ পৰা আইনষ্টাইনে আনুষ্ঠানিক শিক্ষাক্ৰম শেষ কৰে। তেওঁ নিজে শিক্ষক পদৰ বাবে প্ৰাৰ্থী আছিল যদিও ইহুদী হোৱা বাবে আৰু 'একান্ত ছাত্ৰ' নোহোৱা বাবে তেনে পদ তেওঁ নাপালে। অৱশেষত জুৰিখৰ পেটেণ্ট অফিছৰ কেৰাণীৰ চাকৰিত যোগদান কৰে। সেই সময়ত তেওঁৰ বয়স তেইশ বছৰ আৰু বিংশ শতিকা মাত্ৰ আৰম্ভ হৈছে। (১৯০২ চন)

পেটেণ্ট অফিছৰ কাম সুদক্ষভাৱে আৰু নিয়াৰিকৈ কৰাৰ পাছতো আইনষ্টাইনে চিন্তা কৰিবৰ বাবে যথেষ্ট সময় পাইছিল। আনহাতে পদাৰ্থ বিজ্ঞানত সেই সময়ত অতি গভীৰ সমস্যাবো উদ্ভাৱন হৈছিল। নিউটনীয় বিজ্ঞানৰ চিৰস্থায়ী যেন লগা সুদৃঢ় ভেটিত কেইবাটাও চিৰাল ফাট মেলিছিল; বিশেষকৈ নিউটনীয় গতি বিজ্ঞান, ফাৰাডে-মেক্সৱেলৰ বিদ্যুৎ-চুম্বকীয় ধাৰণা আৰু বিংশ শতিকাৰ দোক-মোকালিত মাক্স প্লাংকে জন্ম দিয়া নতুন কোৱাণ্টাম্ ধাৰণাৰ মাজত সম্পৰ্ক উদ্‌ঘাটন কৰাৰ জটিল কামৰ বাবে এজন মহানায়কৰ হয়তো প্ৰয়োজন হৈছিল। অৱশ্যে আইনষ্টাইনৰ সলনি অন্য কোনোবাই যে এই সমস্যা সমাধান কৰিব নোৱাৰিলেহেঁতেন—তেনে নহয়। বৈজ্ঞানিক সমাধান পদ্ধতি ব্যক্তি বিশেষৰ বাবে বৈ নাথাকে। তথাপিতো বিজ্ঞানৰ ইতিহাসৰ

বিশেষ পর্য্যায়ত একোজন আপাতভাৱে অতি সহজ অথচ অতি গভীৰ ব্যাখ্যা আগবঢ়াই বিজ্ঞান গৱেষণাৰ গতি আৰু নতুন দিশেৰে আগবঢ়াই নিয়ে। নিউটন, মেক্সৱেল, আইনষ্টাইন, হাইজেনবাৰ্গ ডিৰাক আদি বিজ্ঞানীসকলৰ কাৰ্য্য সেয়ে সদায় পৰ্য্যালোচিত হয়।

১৯০৫ চনটো বিজ্ঞানৰ ইতিহাসৰ অতি গুৰুত্ব-পূৰ্ণ বছৰ। সেই বছৰতে প্ৰকাশিত হয় আইনষ্টাই-নৰ চাৰিটা বিখ্যাত গৱেষণা প্ৰবন্ধ। পেটেন্ট অফি-চৰ কেৰাণীৰ টেবুলৰ দ্ৰয়াৰৰ পৰা ওলাই অহা এই প্ৰবন্ধ কেইটাৰ যি কোনো এটাই এজন বিজ্ঞানীক নোবেল প্ৰাইজ আৰু বিজ্ঞানৰ ইতিহাসত চিৰস্থায়ী স্থান দিব পাৰিলেহেঁতেন। তাৰে ভিতৰত আটাইতকৈ বিখ্যাত আৰু মানৱ বৌদ্ধিক ইতিহাসত খলকনি লগোৱা প্ৰবন্ধটোৰ নাম হ'ল "On Electrodynamics of Moving Bodies"। বিখ্যাত জাৰ্মান গৱেষণা আলোচনী 'Annalen der Physik'ত প্ৰকাশিত এই প্ৰবন্ধৰ বক্তব্য পাছত বিশেষ আপেক্ষিকতাবাদ নামেৰে জনাজাত হয়। এই তত্বই বহুতো প্ৰাচীন ধাৰণা সম্পূৰ্ণ সলনি কৰি দিয়ে। পূৰ্বে সময় আৰু স্থান (Space) পৰস্পৰ স্বাধীন আৰু পৰম ৰাশি হিচাপে পৰিগণিত হৈছিল। 'অতীতৰ পৰা ভবিষ্যত'লৈ স্বকীয়ভাবে বৈ যোৱা নিৰবিচ্ছিন্ন 'পৰম সময়'ৰ ধাৰণা দৰ্শন বিজ্ঞান আৰু সংস্কৃতিৰ জগতত অমোঘ বুলি পৰিগণিত হৈছিল। তদুপৰি আৰু এটা ধাৰণা প্ৰাগ্-আইনষ্টাইনীয় যুগত গৃহীত হৈছিল—সকলো ঠাইতে আৰু গতিৰ সকলো অৱস্থাতে সময়ৰ জোখ একেই হ'ব। পৃথিবীত দুটা ঘটনাৰ মাজৰ সময়ৰ পাৰ্থক্য এঘন্টা হলে মহাকাশত তীব্ৰ গতিত গৈ থকা ৰকেট এখনৰ পৰাও সেই ঘটনা দুটাৰ মাজৰ সময়ৰ পাৰ্থক্য এঘন্টা বুলিয়েই প্ৰতীয়মান হ'ব—এনে ধাৰণা আইন-ষ্টাইনে ভুল বুলি দেখুৱায়। বাস্তৱতে কোনো সংকেত শূন্যৰ মাজেদি পোহৰৰ বেগতকৈ বেছি বেগেৰে গতি কৰিব নোৱাৰে আৰু পোহৰৰ বেগ অতি বেছি হলেও অসীম নহয়। পোহৰৰ (বা সংকেতৰ) বেগ সীমিত আৰু এই বেগ দ্ৰষ্টা আৰু উৎসৰ বেগৰ ওপৰত নিৰ্ভৰ নকৰে—এই স্বীকাৰ্য্য মানি লোৱাৰ পাছত বিশেষ আপেক্ষিকতাবাদৰ আচৰিত যেন লগা কথাবোৰ বুজাত টান নালাগে।

বিশেষ আপেক্ষিকতাবাদ, কোৱান্টাম্ তত্ব আৰু পাৰিসাংখ্যিক পদাৰ্থ-বিজ্ঞানৰ ক্ষেত্ৰত যুগান্তকাৰী প্ৰতি-ভাৰ পৰিচয় দিয়েই আইনষ্টাইন ক্ষান্ত নাথাকিল। আইনষ্টাইনৰ অসাধাৰণ প্ৰতিভাৰ স্বাক্ষৰ পোৱা যায় তেওঁৰ সাধাৰণ আপেক্ষিকতাবাদ তত্বত। এই তত্বক মহাকৰ্ষণৰ তত্ব বুলিও কোৱা হয়। আমি মনত ৰখা উচিত যে শ্ৰেষ্ঠতম বিজ্ঞানী হিচাপে বন্দিত নিউ-টনেও (Nature and Nature's law/lay hid in nigh/tGod said, "Let Newton be" and there was light.) মহাকৰ্ষণৰ নিয়মহে দাঙি ধৰি গৈছিল। মহাকৰ্ষণ কিয় উদ্ভৱ হয় এই প্ৰশ্নৰ উত্তৰ তেওঁ দিব পৰা নাছিল। ১৯১৬ চনত আইনষ্টাইনে এই দুৰূহ সমস্যাৰো সমাধান আগবঢ়ায়। বিজ্ঞানৰ বেছিভাগ ঐতিহাসিকৰ মতে, সাধাৰণ আপেক্ষিকতাবাদ তত্বহে আইনষ্টাইনীয় প্ৰতিভাৰ প্ৰকৃত স্বাক্ষৰ। নিউটনীয় মহাকৰ্ষণ বলৰ ধাৰণা তেওঁ তাত্বিক দিশৰ পৰা অপ্ৰয়োজনীয় বুলি দেখুৱায়। বহুত দূৰত্বত অৱ-স্থিত দুটা তৰা বা সূৰ্য্য আৰু গ্ৰহৰ মাজত 'তৎক্ষণাৎ ক্ৰিয়া কৰিব পৰা' মহাকৰ্ষণ বলৰ ধাৰণা যে এড্‌হক পৰ্য্যায়ৰহে এই কথা দুই এজন বিজ্ঞানীয়ে (যেনে জাৰ্মান গণিতজ্ঞ মেখে) অনুভৱ কৰিছিল কিন্তু সৌৰ জগতৰ গ্ৰহ-ধুমকেতু আদিৰ গাণিতিক বৰ্ণনাৰ ক্ষেত্ৰত অতি সফল নিউটনীয় মহাকৰ্ষণ সূত্ৰৰ সলনি ব্যৱহাৰ কৰিব পৰা ধাৰণা তেওঁলোকে উদ্ভৱ কৰিব পৰা নাছিল। আইনষ্টাইনৰ সাধাৰণ আপেক্ষিকতাবাদ তত্বই দেখুৱালে যে পদাৰ্থৰ অৱস্থিতিৰ ফলত চতুঃ-প্ৰস্থীয় নিৰবিচ্ছিন্ন স্থান কালৰ (স্পেছ-টাইম (Space-time) বক্ৰতাৰ পৰিবৰ্তন ঘটে। আৰু এই পৰিবৰ্তনৰ ফলত ওচৰত থকা গতিশীল পদাৰ্থৰ গতিৰ পৰিবৰ্তন (ত্বৰণ) হয়। সাধাৰণ পৰ্য্যবেক্ষকে এই ত্বৰণকে মহাকৰ্ষণ বলৰ ক্ৰিয়াত উদ্ভৱ হোৱা বুলি ভাবে।

আইনষ্টাইনৰ সাধাৰণ আপেক্ষিকতাবাদৰ পৰীক্ষামূলক প্ৰমাণৰ সংখ্যা কম যদিও সেই প্ৰমাণ কেইটা পৰীক্ষাৰ দ্বাৰা সঁচা বুলি গৃহীত হৈছে। সাধাৰণ আপেক্ষিকতাবাদ মহাকৰ্ষণৰ ক্ষেত্ৰ-তত্ব বা ফিল্ড-থিয়ৰি। বেল এটা কঁপিলে শব্দ তৰংগ সৃষ্টি হয়; ইলেকট্ৰনৰ কম্পন বা ইলেকট্ৰিক ফিল্ডৰ পৰিবৰ্তনৰ ফলত বিদ্যুৎ-চুম্বকীয় তৰংগৰ উদ্ভৱ হয়। এই দুয়োটা কথাই আমি ভালদৰে জানো। একে ধৰণে স্পেছ্-টাইমত অৱস্থিত পদাৰ্থৰ কম্পন বা ত্বৰণৰ ফলত মহাকৰ্ষণ তৰংগ সৃষ্টি হ'ব লাগে। অকল্পনীয় ভৰৰ ক্ষুদ্ৰ নিউট্ৰন তৰাৰ দ্ৰুত আবৰ্তনৰ ফলত মহাকৰ্ষণ তৰংগ সৃষ্টি নোহোৱাটোহে পদাৰ্থ বিজ্ঞানৰ বাবে আচৰিত ঘটনা হবগৈ। পৰমাণুত ঘূৰি থকা ইলেকট্ৰনে বিশেষ অৱস্থাত বিদ্যুৎ-চুম্বকীয় (পোহৰ) তৰংগ এৰি দিয়াৰ দৰে সূৰ্য্যৰ চৌপাশে ঘূৰি থকা পৃথিৱীয়েও দুৰ্বল মহাকৰ্ষণ তৰংগ এৰি দিয়া উচিত। আনকি আমি যেতিয়া জপিয়াও তেতিয়াও মহাকৰ্ষণ তৰংগ উদ্ভৱ হ'ব পাৰে। কিন্তু এনে তৰংগ অতিশয় দুৰ্বল হোৱা বাবে ধৰা পেলোৱা টান; কিন্তু সূৰ্য্যতকৈ দহগুণ গধুৰ তৰা এটাই জীৱনৰ শেষ অৱস্থাত যেতিয়া মহাবিস্ফোৰণৰ পাছত ব্লেকহোলত (Black-hole) পৰিণত হয় তেতিয়া প্ৰচণ্ড মহাকৰ্ষণ তৰংগ সৃষ্টি হ'ব লাগে।

১৯৭৪ চনত জ্যোতিৰ্বিজ্ঞানীসকলে আমাৰ হাতীপটিতে দুটা নিউট্ৰন তৰা (এটাৰ চৌপাশে আনটো) পৰস্পৰ আকৰ্ষণত বন্দী হৈ ঘূৰি থকা লক্ষ্য কৰিলে। এবছৰৰ পাছত দুয়োটাৰ মাজৰ দূৰত্ব প্ৰায় একমিটাৰ কমিল; গণনাৰ দ্বাৰা নিৰূপণ কৰা হ'ল যে মহাকৰ্ষণ তৰংগ বিকীৰণ কৰা বাবেই এই দূৰত্ব কমিছে। এইটো এটা ভাল কিন্তু পৰোক্ষ সাক্ষ্য, গতিকে মহাকৰ্ষণ তৰংগ পোনে পোনে ধৰা পেলোৱাৰ প্ৰচেষ্টা অব্যাহত থাকিল।

১৯৬৯ চনত মেৰিলেণ্ড বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞানী জোছেফ ৱেবাৰে মহাকৰ্ষণ তৰংগ ধৰা পেলোৱা বুলি দাবী কৰে। এটা দীঘল চুঙাৰ মাজেদি এনে তৰংগ পাৰ হৈ গ'লে চুঙাৰ স্পন্দন আৰম্ভ হয় আৰু তৰংগ পাৰ হৈ যোৱাৰ বহুত পাছতো এনে স্পন্দন ধৰা পেলাব পৰা যাব। ১৯৬৯ চনত এনে আহিলাৰে ৱেবাৰে হাতীপটি তাৰকাৰাজ্যৰ কেন্দ্ৰৰ পৰা অহা মহাকৰ্ষণ তৰংগ ধৰা পেলোৱাৰ কথা ঘোষণা কৰে। পৰৱৰ্তী কালত কৰা বেছিভাগ পৰীক্ষাই কিন্তু ৱেবাৰৰ দাবী সমৰ্থন নকৰিলে।

ৱেবাৰৰ পৰীক্ষাৰ ফল অনিশ্চিত হৈ ৰ'ল যদিও বিগত বিশ বছৰত মহাকৰ্ষণ তৰংগ ধৰা পেলাবৰ বাবে নানা আহিলা সজা হৈছে। এম, আই, টি কেলটেক্ মেৰিলেণ্ড আদি বিশ্ববিখ্যাত অনুষ্ঠানত অতি বৃহৎ লেজাৰ ইন্টাৰফেৰ'মিটাৰ ব্যৱহাৰ কৰিও এনে তৰংগ ধৰা পেলোৱাৰ দিহা কৰা হৈছে। আনকি সূৰ্য্যক প্ৰদক্ষিণ কৰি থকা তিনিটা উপগ্ৰহত অৱস্থিত লেজাৰ ইন্টাৰফে'ৰমিটাৰ ব্যৱহাৰৰ পৰিকল্পনাও আছে। এম, আই, টি আৰু কেলটেকে যুটীয়াভাৱে লিগো (LIGO=Laser Interferometer Gravitational Wave Obsevatory) নামৰ এটা দৈত্যাকাৰ ইন্টাৰফে'ৰমিটাৰ সাজিব খুজিছে। হয়তো মহাকৰ্ষণ তৰংগ ধৰা পৰাৰ পাছত জ্যোতিৰ্বিজ্ঞানৰ নতুন অধ্যায়ৰ সূচনা হ'ব।

০-০-০

# নতুন শিক্ষানীতি প্ৰসঙ্গ

ডঃ ৰমেশ চন্দ্ৰ দাস
শিক্ষাধিকাৰ, অসম

নতুন শিক্ষানীতিৰ প্ৰসঙ্গই ইতিমধ্যে সমগ্ৰ ৰাষ্ট্ৰতে শিক্ষক, শিক্ষাবিদ আৰু শিক্ষানুৰাগী ৰাইজৰ উপৰিও সমূহ সচেতন নাগৰিকৰ মাজত এটা আলোড়নৰ সৃষ্টি কৰা আমি সকলোৱেই দেখিবলৈ পাইছো। এই বিষয়ে ৰাষ্ট্ৰজুৰি বিস্তৰ আলোচনা, সমালোচনা, বিতৰ্ক, পৰ্য্যালোচনা আদি হৈছে আৰু সকলো বাতৰি কাকতে নতুন শিক্ষানীতিৰ ওপৰত সম্পাদকীয় প্ৰকাশ কৰিছে। অলপতে নতুন শিক্ষানীতিৰ ভেটিত প্ৰস্তুত কৰা বিস্তৃত শিক্ষক প্ৰশিক্ষণ আঁচনিৰ অন্তৰ্গত সমগ্ৰ দেশৰ ৫ লাখ শিক্ষক-শিক্ষয়িত্ৰীক প্ৰশিক্ষণ দি শেষ কৰা হৈছে। অসমতো সেই অনুক্ৰমে এতিয়ালৈকে প্ৰাথমিক আৰু মাধ্যমিক পৰ্য্যায়ৰ ৫০ হেজাৰৰো অধিক শিক্ষক-শিক্ষয়িত্ৰীক এই প্ৰশিক্ষণ দিয়া হৈছে। পৰ্য্যায়ক্ৰমে সকলো শিক্ষক-শিক্ষয়িত্ৰীক এই বিস্তৃত শিক্ষক প্ৰশিক্ষণ আঁচনিত সামৰি লোৱা হ'ব। সেয়ে শিক্ষা জগতৰ নতুন শিক্ষানীতিৰ যুদ্ধক্ষেত্ৰৰ বাবে যেনিবা শিক্ষাসৈনিকক আগতীয়াকৈ অৰ্হতাসম্পন্ন কৰি প্ৰস্তুত কৰি লোৱা হৈছে। এনেবোৰ ক্ৰিয়াকলাপ দেখিবলৈ পাই দেশৰ জনগণে এই নতুন শিক্ষানীতিৰ সম্পৰ্কত জানিবলৈ আৰু বুজিবলৈ আগ্ৰহান্বিত হোৱাতো স্বাভাৱিক।

এইখিনিতে উল্লেখ কৰিব পাৰি যে স্বাধীনোত্তৰ ভাৰতৰ শিক্ষা সংস্কাৰত অভূতপূৰ্ব আৰু ঐতিহাসিক দলিল হিচাবে আখ্যা দিবলৈ হলে আমি ১৯৬৬ চনৰ কোঠাৰি শিক্ষা আয়োগৰ প্ৰতিবেদনলৈ আঙুলিয়াব লাগিব। "শিক্ষা আৰু ৰাষ্ট্ৰীয় প্ৰগতি" শীৰ্ষক এই বহুমূলীয়া প্ৰতিবেদনখনিয়ে শিক্ষাৰ সকলো দিশ সামৰি বিস্তৃতভাৱে আলোচনা-সমালোচনা আদিৰ অন্তত সুচিন্তিত পৰামৰ্শ আগবঢ়াইছিল। সেই পৰামৰ্শসমূহৰ ভেটিত ১৯৬৮ চনত ৰাষ্ট্ৰীয় শিক্ষানীতি প্ৰৱৰ্তন কৰা হৈছিল। এই ৰাষ্ট্ৰীয় শিক্ষানীতিৰ মূল লক্ষ্য আছিল--ৰাষ্ট্ৰীয় প্ৰগতি, সাৰ্বজনীন নাগৰিকত্ব আৰু সংস্কৃতিগত ধাৰণাৰ বিকাশ, বিশেষকৈ ৰাষ্ট্ৰীয় সংহতি উপলব্ধি, তাৰ উপৰি ৰাষ্ট্ৰৰ শিক্ষা ব্যৱস্থাৰ আমূল পৰিবৰ্তন আৰু সংস্কাৰ সাধন, শিক্ষাৰ গুণগত মান উন্নয়ন, বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ দিশত বিকাশ সাধন, নৈতিক শিক্ষা আদি আৰু বিশেষকৈ শিক্ষা আৰু সমাজৰ বাস্তৱ জীৱনৰ লগত সমন্বয় সাধনৰ ওপৰত বিশেষ জোৰ দিয়া হৈছিল। কিন্তু নানা কাৰণত শিক্ষানীতিৰ নিৰ্দ্ধাৰিত নীতি তথা সূত্ৰসমূহ উচিতভাৱে ৰূপায়িত নহ'ল। ফলস্বৰূপে ভাৰতৰ শিক্ষা ব্যৱস্থাত নানা বেমেজালিয়ে দেখা দিবলৈ ধৰে আৰু এই প্ৰায় কুৰি বছৰ ধৰি অসুবিধা-আহুকাল সমূহ স্তুপীকৃত হৈ চূড়ান্ত পৰ্য্যায় পাইছিলগৈ। এনে এটা অৱস্থা পাইছিলগৈ যে শিক্ষাই সমাজৰ প্ৰগতি তথা বিকাশৰ মূল উপাদান হোৱাৰ পৰিবৰ্তে সমাজৰ ওপৰত প্ৰচণ্ড বোজাত পৰিণত হৈছিল আৰু সমাজত বিশৃংখলতাহে বৃদ্ধি কৰিছিল।

ৰাষ্ট্ৰৰ শিক্ষাবিদ আৰু সমাজবিজ্ঞানীসকলে অৱশ্যে দেশৰ শিক্ষা ব্যৱস্থাক অতি শীঘ্ৰে যুগৰ উপযোগী আৰু সমাজৰ আৱশ্যকতাৰ আধাৰত প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে সংস্কাৰ সাধনৰ বাবে দেশৰ জনগণক সততে সচেতন কৰি আছিল। এইটো অনস্বীকাৰ্য্য যে ১৯৬৮ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতি প্ৰৱৰ্তনৰ পৰৱৰ্তী কালছোৱাত ভাৰতৰ শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত প্ৰচুৰ অগ্ৰগতি লাভ কৰিছে। ইতিমধ্যে দেশৰ বেছিভাগ ৰাজ্যতে ১০+২+৩ শিক্ষা পদ্ধতিৰ প্ৰয়োগ হৈছে। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ শিক্ষাৰ ক্ষেত্ৰতো প্ৰসাৰতা লাভ কৰিছে। কিন্তু এই কালছোৱাত পৰিবৰ্তন, পৰিবৰ্দ্ধন তথা সম্প্ৰসাৰণ যথেষ্ট হলেও শিক্ষাৰ গুণগত দিশত সন্তোষজনক বিকাশ সাধিত হোৱা দেখা নগল। আনহাতে শিক্ষানুষ্ঠানৰ বাহিৰৰ বহল পটভূমিলৈ লক্ষ্য কৰিলে দেখা যায় সমাজত প্ৰচলিত কেতবোৰ সুস্থ সমাজিক ৰীতি-নীতিৰ আৰু মানবীয় মূল্যবোধৰ মান অৱনমিত হৈছে। শুদ্ধ পৰম্পৰাৰ বিকাশ স্থবিৰ হৈছে আৰু অনেক ক্ষেত্ৰত বিকৃত সংস্কৃতিয়ে প্ৰাধান্য লাভ কৰা দেখা গৈছে। সেয়ে ভাৰতৰ গণতন্ত্ৰ, সমাজবাদ আৰু ধৰ্মনিৰপেক্ষতাৰ যি লক্ষ্য, সেই লক্ষ্যত উপনীত হোৱাত বাধাপ্ৰাপ্ত হোৱা দেখা গৈছে। শিক্ষাৰ প্ৰসাৰ তথা পৰিবৰ্দ্ধনে দেশৰ জনগণৰ ভাৱ জগতত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰাটো পৰিলক্ষিত হৈছে। আকৌ নানা কাৰণত ন্যূনতম বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ লক্ষ্যত উপনীত হোৱাতো বাধাগ্ৰস্ত হৈছে। দেশৰ জনসংখ্যা বৃদ্ধিয়ে সমস্যা আৰু জটিল কৰি তুলিছে। নিবনুৱা সমস্যাই উৎকট ৰূপ ধাৰণ কৰিছে। ইফালে একবিংশ শতিকা সমাগত। একবিংশ শতিকাত অত্যাধুনিক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগৰ ফলত যি প্ৰচণ্ড গতিশীল বৈজ্ঞানিক সমাজৰ সৃষ্টি হব, আমাৰ দেশৰ নাগৰিক সকলো সেইখন পৃথিৱীত জীয়াই থাকিবলৈ প্ৰস্তুত হব লাগিব।

সেয়ে একবিংশ শতিকাৰ পৰিবৰ্তিত পৰিস্থিতিৰ প্ৰত্যাহ্বানৰ সন্মুখীন হব পৰাকৈ আমাৰ দেশৰ নাগৰিক সকলক গঢ় দিয়াটো অপৰিহাৰ্য্য হৈ পৰিছে। যুগৰ লগত খাপ খুৱাই জীয়াই থকাৰ বাবে আৱশ্যকীয় অৰ্হতা দান কৰিব পাৰিব সময় উপযোগী পৰিবৰ্তনেহে আৰু সেই পৰিবৰ্তন আনিব লাগিব শিক্ষা ব্যৱস্থাৰ মাধ্যমেৰে। প্ৰকৃততে মানৱ সভ্যতাৰ বুৰঞ্জীলৈ লক্ষ্য কৰিলে আমি দেখিবলৈ পাওঁ, প্ৰতি সমাজ ব্যৱস্থাৰ ইতিহাসত এনে একোটা সময় আহি পৰে যেতিয়া পৰম্পৰাগত পুৰণি পদ্ধতিক নতুন দিশৰ সন্ধান দিবলগীয়া হয় আৰু সেই অনুক্ৰমে আৱশ্যকীয় পৰিবৰ্তন সাধিবলগীয়া হয়। নতুন শিক্ষানীতিত এই কথা স্পষ্টভাৱে উল্লেখ কৰিছে যে ভাৰতবৰ্ষৰ শিক্ষা ব্যৱস্থাৰ বাবে সেই ঐতিহাসিক মুহূৰ্ত হ'ল বৰ্তমান সময়। দেশৰ শিক্ষা পদ্ধতিক নতুন দিশ দিয়াৰ আৱশ্যকতা সম্পৰ্কে নতুন শিক্ষানীতিত কৈছে যে 'Life in the coming decades is likely to bring new tensions together with unprecedented opportunities. To enable the people to benefit in the new environment will require new designs of human resource development. The coming generations should have the ability to internalise new ideas constantly and creatively. They have to be imbued with strong commitment to human values and to social justice. Besides, a variety of new challenges and social needs make it imperative for the Govt. to formulate and implement a new Education Policy for the country. Nothing short of this will meet the situation".

এনে এটা পৃষ্ঠপটৰ আধাৰতে বৰ্তমানৰ নতুন শিক্ষানীতিৰ প্ৰবৰ্তন সম্ভৱ হৈছে। সেয়ে ১৯৮৫ চনৰ জানুৱাৰী মাহত ভাৰত চৰকাৰে দেশত নতুন শিক্ষানীতিৰ প্ৰবৰ্তন কৰা হব বুলি ঘোষণা কৰে। লগে লগে প্ৰচলিত শিক্ষাব্যৱস্থাৰ ব্যাপক পৰ্য্যবেক্ষণ

আৰু যুগৰ প্ৰত্যাহ্বানৰ ইঙ্গিত সন্নিৱিষ্ট কৰি "Challenge of Education" বা "শিক্ষাৰ প্ৰত্যাহ্বান" শীৰ্ষক এখনি পুস্তিকা প্ৰকাশ কৰে। সেই পুস্তিকা সমগ্ৰ দেশতে সকলো স্তৰৰ নাগৰিকৰ মাজত আলোচনা তথা সমালোচনাৰ বাবে দাঙি ধৰা হয়। সমগ্ৰ দেশতে অসংখ্য আলোচনা-চক্ৰ সংগঠিত হয় আৰু তেনে আলোচনাৰ ভেটিত আৱশ্যকীয় পৰামৰ্শ আগবঢ়োৱা হয়। খণ্ড-পৰ্য্যায় আৰু জিলা পৰ্য্যায়ৰ আলোচনা চক্ৰসমূহৰ পৰামৰ্শৱলী তথা বিভিন্ন মুখ্য শৈক্ষিক অনুষ্ঠান আৰু সন্থা আদিৰ পৰা আগবঢ়োৱা পৰামৰ্শাৱলীৰ ভিত্তিত সংশোধন আৰু সম্পাদনা কৰি ৰাজ্যিক পৰ্য্যায়ত অন্তিম পৰামৰ্শাৱলী যুগুত কৰি কেন্দ্ৰীয় শিক্ষাবিভাগলৈ পঠায়। অসমতো সেইদৰে সমূহ পৰামৰ্শ একত্ৰিত আৰু সম্পাদিত কৰি ৰাজ্যিক পৰ্য্যায়ত "ৰাজ্যিক শিক্ষা গৱেষণা আৰু প্ৰশিক্ষণ পৰিষদ" আৰু "ৰাজ্যিক শিক্ষা বিভাগে" অন্তিম পৰামৰ্শাৱলী যুগুত কৰি কেন্দ্ৰীয় চৰকাৰলৈ পঠায়। ৰাজ্য সমূহৰ পৰামৰ্শাৱলী পুনৰ দিল্লীত শিক্ষা সচিব, শিক্ষা আয়ুক্ত আৰু শেষত ৰাজ্যৰ শিক্ষামন্ত্ৰীসকলৰ কেন্দ্ৰীয় শিক্ষা উপদেষ্টা পৰিষদ(CABE)পৰ্য্যায়ত আলোচনা কৰি নতুন শিক্ষানীতিৰ চূড়ান্ত খচৰা প্ৰস্তুত কৰে। শেষত মে' মাহৰ উভয় সংসদৰ অধিবেশনত এই নতুন ৰাষ্ট্ৰীয় শিক্ষানীতি গৃহীত হয়।

এতিয়া নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিৰ মূল বিষয়-বস্তুৰ প্ৰসঙ্গলৈ আহোঁ। এই আলোচনাত মাথোন সাধাৰণ শিক্ষাৰ (বিদ্যালয় স্তৰ) ওপৰতহে মতামত আগবঢ়োৱা হব। এই নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিত বিশেষ নতুনত্ব নাই বুলি কোনো কোনো মহলত মন্তব্য কৰা দেখা গৈছে। আপাত দৃষ্টিত তেনে যেন অনুমান হলেও প্ৰকৃততে বৰ্তমানৰ নতুন শিক্ষানীতিত কেবাটাও নতুন ধাৰণাৰ প্ৰবৰ্তন কৰা হৈছে আৰু কেতবোৰ প্ৰচলিত ব্যৱস্থাক বিশেষ গুৰুত্ব দি অগ্ৰগণ্যতা প্ৰদান কৰা হৈছে। শিক্ষানীতিৰ দফাসমূহলৈ লক্ষ্য কৰিলে দেখা যাব যে নতুন শিক্ষানীতিত কোঠাৰী শিক্ষা আয়োগৰ ভিত্তিত গ্ৰহণ কৰা ১৯৬৮ চনৰ ৰাষ্ট্ৰীয় শিক্ষানীতিৰ গুৰুত্বপূৰ্ণ পৰামৰ্শসমূহ পুনৰ সন্নিৱিষ্ট কৰি প্ৰায়োগিক দিশত গুৰুত্ব প্ৰদান কৰা হৈছে, বিশেষকৈ সকলো পৰ্য্যায়তে শিক্ষাৰ গুণগত মান উন্নয়ন কৰা, জাতীয় সংহতিৰ ওপৰত বিশেষ গুৰুত্ব দি বিকাশ সাধন কৰা, মাধ্যমিক স্তৰত পৰ্য্যায়ক্ৰমে বৃত্তিমুখী শিক্ষাৰ ব্যৱস্থা কৰা, শিক্ষাৰ ক্ষেত্ৰত থকা বৈষম্য দূৰ কৰা, গণিত, বিজ্ঞান আৰু প্ৰাযুক্তি-বিদ্যাৰ শিক্ষাৰ মান উন্নত কৰা ইত্যাদিৰ ক্ষেত্ৰত।

নতুন শিক্ষানীতিৰ নতুনত্ব বিচাৰ কৰিবলৈ হলে আমি প্ৰথমতে চাব লাগিব কি কি দিশত বিশেষ গুৰুত্ব দিছে আৰু দ্বিতীয়তে কি কি নতুন কাৰ্য্যপন্থা অনুসৰণ কৰিবলৈ বিচাৰিছে। আগতে উল্লেখ কৰা হৈছে যে অনেক কাৰণত ১৯৬৮ চনৰ শিক্ষানীতিৰ পূৰ্ণপ্ৰয়োগৰ ব্যতিক্ৰম ঘটিছিল; বিশেষকৈ বিস্তৃত কাৰ্য্যপন্থাৰ স্পষ্ট উল্লেখ নথকা বাবে আৰু লগতে প্ৰশাসনীয়, সাংগঠনিক তথা বিত্তীয় দায়বদ্ধতাৰ স্পষ্ট ইঙ্গিত নথকা হেতুকে সেই শিক্ষানীতিৰ ক্ষেত্ৰপ্ৰয়োগৰ স্তৰত ত্ৰুটি-বিচ্যুতি ঘটিবলৈ সুবিধা পালে। নতুন শিক্ষানীতিত লক্ষ্যৰ লগতে কাৰ্য্যপন্থাৰ ধাৰাও সন্নিৱিষ্ট কৰা হৈছে। সাৰ্বজনীন প্ৰাথমিক শিক্ষাৰ ব্যৱস্থা কৰা আৰু ১৯৯০ চনৰ ভিতৰত নিৰক্ষৰতা দূৰীকৰণত বিশেষ জোৰ দিয়া হৈছে। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ ওপৰত অত্যধিক গুৰুত্ব আৰোপ কৰা হৈছে যাতে একবিংশ শতিকাৰ প্ৰত্যাহ্বানৰ সন্মুখীন হব পৰাকৈ সকলো ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা লাভ কৰিব পাৰে। ১৯৯০ চনৰ ভিতৰত মাধ্যমিক স্তৰৰ শতকৰা ১০ ভাগ ছাত্ৰ-ছাত্ৰীক বৃত্তিমুখী শিক্ষাৰ প্ৰতি আগ্ৰহান্বিত কৰি তোলা আৰু ১৯৯৫ চনৰ ভিতৰত এই হাৰ ২৫ শতাংশলৈ বৃদ্ধি কৰা; প্ৰতি জিলাতে একোখনকৈ নৱোদয় বিদ্যালয় যাক (Pace Setting School) বুলি কোৱা হৈছে, স্থাপন কৰি মেধাবী ছাত্ৰ-ছাত্ৰীক মেধা প্ৰকাশ কৰিবলৈ সুবিধা দিয়া, বিশেষকৈ গ্ৰাম্যা-

ঞ্চলৰ আৰু পিছপৰা সম্প্ৰদায়ৰ মেধাবী ছাত্ৰ-ছাত্ৰীসকলক বিশেষ সুবিধা দিয়া, শিক্ষা আহৰণত আঞ্চলিক বৈষম্য হ্ৰাস কৰি জাতি-ধৰ্ম নিৰ্বিশেষে ধনী-দুখীয়া সকলো স্তৰৰে মেধাবী শিশুৰ বাবে সমপৰ্য্যায়ৰ শিক্ষাৰ ব্যৱস্থা কৰা, শিক্ষাৰ মাধ্যমেৰে ৰাষ্ট্ৰীয় সংহতিৰ বিকাশ সাধন কৰা আৰু এখনি সৰ্বভাৰতীয় সাধাৰণ কাৰিকুলাম প্ৰস্তুত কৰা ইত্যাদি বিষয়ত সৰ্বাধিক গুৰুত্ব দিয়া হৈছে। এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি যে এনে এখনি ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ সাধাৰণ কাৰিকুলামৰ যোগেদি ছাত্ৰ-ছাত্ৰীসকলক ভাৰতৰ স্বাধীনতা আন্দোলনৰ ইতিহাস, সাংবিধানিক তথা নাগৰিক দায়বদ্ধতা, ৰাষ্ট্ৰীয় সংহতি আদিৰ ধাৰণা প্ৰদান কৰা হ'ব।

তাৰ উপৰি সাধাৰণ বিধৰ চাকৰিৰ বাবে ডিগ্ৰী বা আন সমপৰ্য্যায়ৰ প্ৰমাণ-পত্ৰৰ ওপৰত বিশেষ গুৰুত্ব নিদিয়াৰ পৰামৰ্শ আগবঢ়োৱা হৈছে। নতুন শিক্ষানীতিত শিক্ষাৰ গুণগত মান উন্নয়নৰ আৰু নৈতিক শিক্ষাৰ বিকাশৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা হৈছে। পৰীক্ষা পদ্ধতিৰ পৰিবৰ্তন সাধি ধাৰাবাহিক আৰু অবিৰত মূল্যায়ণৰ পৰামৰ্শ দিয়া হৈছে। সামগ্ৰিকভাৱে মন্তব্য কৰিবলৈ হলে নতুন শিক্ষানীতিয়ে মূলতঃ মানৱ সম্পদৰ সৰ্বাঙ্গীন বিকাশ সাধনত শিক্ষাই বহুমুখী ভূমিকা লোৱাৰ প্ৰয়াস কৰিছে। আনহাতে এই শিক্ষানীতিত যদিও প্ৰত্যক্ষভাবে চকুত নপৰে, পৰোক্ষভাবে হলেও এটা অত্যন্ত গুৰুত্বপূৰ্ণ আৰু মৌলিক দিশ অন্তৰ্নিহিত আছে আৰু সেইটো হ'ল যুগৰ পৰিবৰ্তনক গ্ৰহণ কৰা দৃষ্টিভঙ্গী। একবিংশ শতিকাৰ অত্যাধুনিক বৈজ্ঞানিক সভ্যতাৰ মাজত জীয়াই থকাৰ বাবে পৃথিবী জুৰি বৈজ্ঞানিক মনোভাৱাপন্ন মানৱ সমাজৰ সৃষ্টি হব আৰু এনে পৰিবৰ্তিত পৰিস্থিতিত বৰ্তি থাকিবলৈ হলে যুগসাপেক্ষ দৃষ্টিভঙ্গী অপৰিহাৰ্য্য হৈ পৰিব। নতুন শিক্ষা পদ্ধতিৰ যোগেদি নতুন পুৰুষৰ মাজত সেই পৰিবৰ্তনক গ্ৰহণ কৰা দৃষ্টিভঙ্গীৰ বিকাশ ঘটাব লাগিব আৰু এখন বৈজ্ঞানিক সমাজৰ মাজত জীয়াই থকাৰ অহৰ্তা নিশ্চিত কৰিব লাগিব। দেশৰ জনগণৰ মনো জগতত এনে দৃষ্টিভঙ্গী গ্ৰহণৰ বাবে আৱশ্যকীয় পৰিবৰ্তন শিক্ষা ব্যৱস্থাৰ মাধ্যমেৰে আনিব লাগিব।

নতুন শিক্ষানীতিত শিক্ষাৰ ক্ষেত্ৰত থকা বৈষম্য দূৰ কৰাত যথেষ্ট গুৰুত্ব দিয়া দেখা গৈছে। স্ত্ৰী-শিক্ষাৰ প্ৰসাৰ আৰু সুবিধা প্ৰদানত জোৰ দিয়া হৈছে। সেইদৰে অনুসূচীত জাতিৰ আৰু অনুসূচীত জনজাতীয় সম্প্ৰদায়ৰ মাজত শিক্ষাৰ সম্প্ৰসাৰণ দ্ৰুততৰ কৰা আৰু অধিক আছুতীয়া সা-সুবিধা দিয়াৰ প্ৰস্তাৱ কৰা হৈছে যাতে সেই সম্প্ৰদায়ৰ লোকসকলো শিক্ষাৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় মূল সুঁতিৰ সমপৰ্য্যায়লৈ আহি পৰে। আন সা-সুবিধাৰ উপৰিও অনুসূচীত জাতি আৰু জনজাতীয় লোকৰ পৰা আৰু মহিলা সকলৰ পৰা শিক্ষক-শিক্ষয়িত্ৰী নিযুক্তি দিয়াৰ পৰামৰ্শ দিয়া হৈছে। তাৰোপৰি অন্যান্য পিছপৰা সম্প্ৰদায়ৰ লোকসকলৰ বাবেও যথোপযুক্ত সা-সুবিধা আগবঢ়োৱা হব। সেইদৰে সংখ্যালঘু সম্প্ৰদায়ৰ সমূহ আৰু শাৰীৰিকভাবে অক্ষমসকলৰ তথা বিদ্যালয়ত ভৰ্তি হব নোৱাৰা বা বিদ্যালয় এৰি যোৱা শিশুসকলৰ শিক্ষাৰ বাবে বিশেষ ব্যৱস্থা লোৱা হব। তাৰোপৰি প্ৰাক্-প্ৰাথমিক পৰ্য্যায়ৰ শিশুসকলৰ শাৰীৰিক, সামাজিক, মানসিক, নৈতিক আৰু আবেগিক বিকাশ সাধনৰ বাবে সকলো প্ৰকাৰৰ যত্ন লোৱা হব। সেয়ে শিশুবিকাশ কাৰ্য্যক্ৰম (Early Childhood Care an Education, ECCE) অধিক সক্ৰিয় আৰু কাৰ্য্যক্ষম কৰি তোলা হব। প্ৰাথমিক স্তৰৰ শিক্ষাত অপচয় ৰোধ কৰা আৰু সাৰ্বজনীন ভৰ্তিকৰণ সুনিশ্চিত কৰাত বিশেষ গুৰুত্ব দান কৰা হ'ব। প্ৰাপ্তবয়স্কসকলৰ মাজত নিৰক্ষৰতা দূৰীকৰণৰ বাবে অনানুষ্ঠানিক শিক্ষাত পুনৰ গুৰুত্ব প্ৰদান কৰা হৈছে আৰু সকলো পৰ্য্যায়তে অনানুষ্ঠানিক শিক্ষাৰ প্ৰচলনত জোৰ দিয়া হৈছে। প্ৰাথমিক শিক্ষাৰ ন্যূনতম সুবিধাখিনি দিয়াৰ প্ৰস্তাৱ কৰা হৈছে, যেনে—অতি কমেও দুটা কোঠা

আৰু দুজন শিক্ষকক প্ৰাথমিক বিদ্যালয়ত স্থাপনৰ ব্যৱস্থা কৰা হব আৰু পিছলৈ প্ৰতি শ্ৰেণীৰ বাবে ১ জনকৈ শিক্ষকৰ ব্যৱস্থা কৰা হ'ব। Operation Blackboard আঁচনিৰ যোগেদি প্ৰাথমিক বিদ্যালয় সমূহত শিক্ষাৰ আৱশ্যকীয় সা-সজুলি যোগান ধৰাৰ ব্যৱস্থা কৰা হ'ব।

উচ্চ মাধ্যমিক স্তৰৰ +২ পৰ্য্যায়ত বৃত্তিমুখী শিক্ষাত বিশেষ জোৰ দিয়া হৈছে। এনে বৃত্তিসমূহৰ ভিতৰত জন-স্বাস্থ্যসম্পৰ্কীয়, কৃষি সম্পৰ্কীয় আৰু সমাজ সেৱা সম্পৰ্কীয় বৃত্তিও অন্তৰ্ভুক্ত থাকিব। উচ্চ শিক্ষাৰ ক্ষেত্ৰত বৰ্তমান চলি থকা উচ্চ শিক্ষাৰ অনুষ্ঠানসমূহত শিক্ষাৰ গুণগত মান উন্নয়নত বিশেষ জোৰ দিয়া হব আৰু উচ্চ শিক্ষাৰ ক্ষেত্ৰত গৱেষণাৰ দিশত প্ৰাধান্য দিয়া হ'ব। মুক্ত বিশ্ববিদ্যালয়ৰ স্থাপন আৰু প্ৰসাৰত উদগনি দিয়া হ'ব। তাৰোপৰি গ্ৰাম্য বিশ্ববিদ্যালয় স্থাপনত সহায় কৰা হ'ব। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ শিক্ষাৰ বিকাশৰ দিশত বিশেষ জোৰ দিয়া হব আৰু অত্যাধুনিক বৈজ্ঞানিক শিক্ষাৰ প্ৰসাৰৰ দিশতো গুৰুত্ব দিয়া হ'ব। প্ৰযুক্তিবিদ্যাৰ শিক্ষাৰ ক্ষেত্ৰত প্ৰশাসনীয় আৰু সাংগঠনিক দিশ টন-কিয়াল কৰা হ'ব। বৃত্তিমুখী শিক্ষা মহিলা আৰু শাৰীৰিকভাবে অক্ষম লোকসকলেও গ্ৰহণ কৰিব পৰা সুবিধা কৰা হব--তাৰ বাবে আনুষ্ঠানিক আৰু অনানুষ্ঠানিক উভয় শিক্ষা ব্যৱস্থাৰ সহায় লোৱা হব। বৃত্তিমুখী প্ৰশিক্ষণে যাতে স্বাৱলম্বী হৈ জীৱিকা নিৰ্বাহ কৰাত সহায় কৰে তালৈ লক্ষ্য ৰখা হ'ব। তাৰোপৰি গ্ৰাম্যাঞ্চলৰ শৈক্ষিক-সামাজিক বিকাশৰ অৰ্থে গান্ধীজীৰ বুনিয়াদী শিক্ষাৰ আধাৰত নতুন গ্ৰাম্য বিশ্ববিদ্যালয়ৰ বিকাশ সাধন কৰা হব আৰু বুনিয়াদী শিক্ষানুষ্ঠানক পৃষ্ঠপোষকতা কৰা হব। উচ্চ শিক্ষাৰ সবিধাৰ প্ৰসাৰৰ বাবে মুক্ত বিশ্ববিদ্যালয়ৰ ( Open University ) স্থাপনত আগভাগ লোৱা হ'ব।

ভাষা শিক্ষা সম্পৰ্কত নতুন শিক্ষানীতিয়ে ১৯৬৮ চনৰ শিক্ষানীতিকে দোহাৰিছে আৰু সেই নীতি অধিক আন্তৰিকতাৰে আৰু ফলপ্ৰসূ হিচাবে প্ৰয়োগ কৰাৰ পৰামৰ্শ আগবঢ়াইছে। বৰ্তমানৰ শিক্ষাব্যৱস্থাত গুণগত দিশত মান অধোগামী হোৱাৰ আৰু কেতবোৰ মূল্যবান মানবীয় মূল্যবোধৰ ধাৰণা অৱনমিত হোৱাৰ পৰিপ্ৰেক্ষিতত নতুন শিক্ষানীতিয়ে Value Educationৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছে। আৰু শিক্ষাক সামাজিক আৰু নৈতিক মূল্যবোধৰ বিকাশ ঘটোৱাৰ প্ৰধান আহিলা হিচাবে প্ৰতিষ্ঠা কৰাত প্ৰাধান্য দিছে। ভাৰতীয় বাৰেৰহনীয়া সামাজিক পৰম্পৰা আৰু সংস্কৃতিসমূহৰ প্ৰতি লক্ষ্য ৰাখি, শিক্ষাৰ্থী সমাজত ভাৰতৰ ৰাষ্ট্ৰীয় লক্ষ্য, ৰাষ্ট্ৰীয় সংহতি, সামাজিক সহনশীলতা তথা সমন্বয়ৰ ধাৰণাৰ বিকাশ ঘটোৱাত শিক্ষাব্যৱস্থাই আগভাগ লব লাগিব। গণতন্ত্ৰ, ধৰ্ম-নিৰপেক্ষতা আৰু সাম্প্ৰদায়িক মিলাপ্ৰীতি অক্ষুণ্ণ ৰাখিব লাগিব। শিক্ষাৰ মাধ্যমেৰেহে এনে ধাৰণাৰ বিকাশ আৰু পৰিপুষ্টি সম্ভৱ। নতুন শিক্ষানীতিৰ উদ্দেশ্য সফল কৰি তোলাৰ দায়িত্ব সকলো নাগৰিকৰে হলেও এই দায়িত্ব বিশেষকৈ বহন কৰিব লাগিব শিক্ষকগোষ্ঠীয়ে। সেয়ে শিক্ষক-শিক্ষয়িত্ৰী তথা ছাত্ৰ-ছাত্ৰী উভয়েই পোনপটীয়াকৈ জড়িত হৈ সমাজৰ সহ-যোগত আনুষ্ঠানিক তথা অনানুষ্ঠানিক উভয় শিক্ষা ব্যৱস্থাৰ মাধ্যমেৰে নতুন শিক্ষা ব্যৱস্থাক কাৰ্য্যকৰী আৰু কৃতকাৰ্য্য কৰি তোলাত নেতৃত্ব লব লাগিব।

এইখিনিতে উল্লেখ কৰিব পাৰি যে নতুন শিক্ষা-নীতিৰ কেতবোৰ ধাৰাৰ ইঙ্গিত অনুধাৱন তথা উপ-লব্ধি কৰিবলৈ হলে ভাৰতৰ সামাজিক পৃষ্ঠপটৰ আধাৰতহে বিচাৰ কৰিব লাগিব। মানৱ সমাজত প্ৰচলিত বিভিন্ন প্ৰক্ৰিয়াৰ ভিতৰত শিক্ষা এটা প্ৰধান প্ৰক্ৰিয়া। শিক্ষা মানুহৰ ভাৱজগতৰ লগত সম্বন্ধ থকা প্ৰক্ৰিয়া। সমাজত সুস্থ আৰু অসুস্থ উভয় পৰম্পৰাই প্ৰৱাহিত। আকৌ একেখন সমাজেই প্ৰগতিশীল আৰু ৰক্ষণশীল উভয় ধাৰাৰ দ্বাৰা প্ৰভাৱিত।

সেয়ে সামাজিক দৃষ্টিভঙ্গীৰ বুনিয়াদতহে শিক্ষাক সংস্কাৰ কৰাৰ প্ৰয়াস কৰিব লাগিব। লক্ষ্য কৰিলে দেখা যাব সৰ্বসাধাৰণ জনগণৰ বাবে শিক্ষা মানে পুথিগত বিদ্যাক বুজায়। সেয়ে শিক্ষাৰ মাধ্যমেৰে যুক্তিভিত্তিক মানসিকতাৰ তথা বৈজ্ঞানিক মনোভাবৰ গঢ় দিয়াত বৰ্তমান শিক্ষাব্যৱস্থা কৃতকাৰ্য্য হব পৰা নাই। বুদ্ধিজীৱী স্তৰতো শিক্ষাৰ ধাৰণা, আদৰ্শ তথা শিক্ষাৰ উদ্দেশ্য আৰু ক্ৰিয়া-কলাপ সম্পৰ্কে বিস্তৰ মত বিভিন্নতা আছে। আকৌ দেখা যায় শিক্ষিত সমাজৰ মাজতে অনেকেই কেতবোৰ অসুস্থ সামাজিক পৰম্পৰাৰ দ্বাৰা এনেভাবে অভিসিক্ত হৈ গঢ়িত হৈছে যে উপাৰ্জিত পুথিগত বিদ্যাই তেওঁলোকক তেনে পৰম্পৰাৰ উৰ্দ্ধত বিচৰণ কৰিব পৰাকৈ প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। আহুকাল সেইথিনিতে। সেয়েহে নতুন শিক্ষানীতিত সামাজিক সমতা, সংহতি আৰু ন্যায় প্ৰতিষ্ঠাৰ বাবে শিক্ষাক আহিলা হিচাবে গণ্য কৰি এনেদৰে উনুকিয়াইছে—" ....awareness of inherent equality of all will be created through the corecurriculum. The purpose is to remove prejudices and complexes transmitted through social environment and the accident of birth." অতীত ভাৰতীয় সংস্কৃতিৰ বিশ্বশান্তি আৰু বিশ্বভ্ৰাতৃত্ব ভাৱধাৰাৰ তথা "বসুধৈৱ কুটুম্বকম" মনোভাবৰ পৰম্পৰালৈ আঙুলিয়াই নতুন শিক্ষানীতিত দোহাৰিছে যে—"Education has to strengthen this world view and motivate the younger generations for international co-operation and peaceful coexustence". শিক্ষাৰ যোগেদি শিক্ষাৰ্থীসকলৰ মনত মূল্যবোধৰ বিকাশ ঘটোৱাৰ প্ৰসঙ্গত নতুন শিক্ষানীতিত সমাজত নৈতিক মূল্যবোধৰ অধঃপতন আৰু বিদ্বেষভাৱৰ ক্ৰমবৃদ্ধিত উদ্বেগ প্ৰকাশ কৰি কৈছে—"In our culturally plural society education should foster universal and eternal values, oriented towards the unity and integration of our people. Such value education should help eliminate obscurantism, religious fanaticism, violence, superstition and fatalism". শিক্ষাই শিক্ষাৰ্থীসকলৰ মনত উদাৰ দৃষ্টিভঙ্গীৰ বিকাশ ঘটাব লাগিব আৰু আজিৰ বৈজ্ঞানিক সমাজৰ সু-নাগৰিক হিচাবে গঢ় দিবলৈ এটা যুক্তিভিত্তিক মনৰ অধিকাৰী কৰি তুলিব লাগিব।

আধুনিক পৃথিবীত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাই সম্পূৰ্ণ নতুন সংস্কৃতিৰ সৃষ্টি কৰিছে। সেয়ে আজিৰ সমাজ বৈজ্ঞানিক সমাজ আৰু আজিৰ সংস্কৃতি বৈজ্ঞানিক সংস্কৃতি হিচাবে অভিহিত হৈছে। তেনে এখন বৈজ্ঞানিক পৃথিবীত জীয়াই থাকিবলৈ হলে শিক্ষাৰ্থীসকলৰ তথা জনগণৰ মনোজগততো আৱশ্যকীয় পৰিবৰ্তন সাধিত হব লাগিব। অন্যথাই আধুনিক পৃথিবীত অত্যাধুনিক বিজ্ঞানে যি জোৱাৰ আনিছে সেই জোৱাৰত বৈজ্ঞানিক সংস্কৃতিৰ লগত খাপ খুৱাই চলিব নোৱাৰা দেশ বা জাতি উটি-ভাঁহি যাব নাইবা স্বাভাৱিক মৃত্যু ঘটিব। একবিংশ শতিকাই সেই পৰীক্ষা অনুষ্ঠিত কৰিব।

---

বিঃ দ্ৰঃ—এই আলোচনাৰ কিয়দাংশ আকাশবাণী যোগে প্ৰচাৰিত হৈ গৈছে।

××××

# বজালীৰ পৰিচয়

**শ্ৰীনাৰায়ণ দত্ত**
বজালী মহাবিদ্যালয়

পূৰ্বৰ কামৰূপ জিলাৰ উত্তৰ-পশ্চিম আৰু বৰ্তমান বৰপেটা জিলাৰ পুব-উত্তৰ ভাগত অৱস্থিত বিস্তৃত অঞ্চলটোৰ নাম বজালী। এতিয়া ই মহকুমালৈ উন্নীত হৈছে। কামৰূপ নামৰ কোনো এখন নিৰ্দিষ্ট ঠাই নথকাৰ দৰে বজালী নামৰো তেনে ঠাই নাই ; ই বৃহৎ অঞ্চল এটিৰহে নাম। বাহিৰৰ মানুহে আগেয়ে বজালীৰ আগত বাং শব্দটো লগাই বাং-বজালী বোলাৰ তাৎপৰ্য্য এতিয়াও খাটাংকৈ জানিব পৰা হোৱা নাই। বৰবাং আৰু বামাখাটা দুখন ডাঙৰ গাওঁ ওচৰা-ওচৰিকৈ আছে। বাং, বামাখাটা শব্দ দুটা ভুটীয়া ভাষাৰ পৰা অহা যেন লাগে। উক্ত গাওঁ দুখনৰ বিভিন্ন বিষয়ত প্ৰাধান্য থকাৰ বাবেই হয়তো অঞ্চল-টোকো বাং-বজালী বোলা হৈছিল। মন্ত্ৰপুথি আৰু বুৰঞ্জীত বজালী বানানটো বজালি বুলিহে পোৱা যায়। কি অৰ্থত এই নাম হ'ল কোৱাটো কঠিন যদিও তন্ত্ৰ-মন্ত্ৰ আৰু শল্য চিকিৎসাৰ লগত যে ইয়াৰ সম্বন্ধ আছে তাক অস্বীকাৰ কৰিব নোৱাৰি। ভূঞা, মোগল, আহোম, কোঁচ আৰু' ভুটীয়াসকলে বজালীৰ কিছু অংশত ৰাজত্ব কৰাৰ প্ৰমাণ পোৱা গৈছে। বৃটিছ শাসনৰ আৰম্ভণিতে ভুটীয়া সকলক ভাৰতৰ ভূখণ্ডৰ পৰা খেদি পঠোৱা হৈছিল। বৰ্তমান বজালীৰ ভিতৰত আঠখন মৌজা আছে। উত্তৰ বজালী, পুব বজালী, সৰিহ, হস্তিনাপুৰ, বিজনী, মাণিকপুৰ, ককলাবাৰী আৰু ছাপাগুৰি মৌজাৰ সমষ্টিয়েই বজালী। ইয়াৰ লোকসংখ্যা প্ৰায় তিনি লাখ।

সম্পূৰ্ণ সমতল বজালীৰ ভূমি ভাগ কালনিয়া, পোমাৰা আৰু দেওজাৰা নামৰ সৰু নৈ তিনিখনে পলসেৰে সমৃদ্ধ কৰি প্ৰধানকৈ ধান জাতীয় শস্যৰ উপযোগী কৰাত বজালীবাসীৰ অৰ্থনৈতিক অৱস্থা অতি বেছি সমৃদ্ধিশালীৰ শ্ৰেণীত নপৰিলেও দুখীয়া শ্ৰেণীতো পৰিবলগীয়া হোৱা নাই। পুষ্পভদ্ৰা নামৰ আন এখন মৰা নৈৰ চিন বজালীৰ বুকুত দেখা যায়। মানুহৰ বিশ্বাস, এদিন সেই নৈখন পুনৰ প্ৰবাহিত হৈ বজালীৰ ভূমি দেৱালয় স্পৰ্শ কৰি বৰনৈতত মিলি-বগৈ। উত্তৰফালে ভুটানৰ পাদদেশত থকা মানস অভয়াৰণ্যৰ একাংশ আৰু বাটাবাৰী, ককলাবাৰী আদি বাঘ, হাতী, হৰিণ থকা অৰণ্যই প্ৰাকৃতিক সৌন্দৰ্য্যৰ লগতে আৰ্থিক দিশতো অৰিহণা যোগাই আহিছে।

বজালীৰ গাওঁবোৰ দুই ভাগত বিভক্ত কৰিব পাৰি—পুৰণি গাওঁ আৰু নতুন গাওঁ। জন-সংখ্যাৰ বৃদ্ধি, প্ৰাকৃতিক দুৰ্যোগ, বড়ো-জনজাতিৰ ভূত-প্ৰেতলৈ ভয় আৰু বঙ্গভূমিৰ জীৱিকা-সন্ধানী হিন্দু-মুছলমানৰ আগমনৰ কাৰণে বহুত নতুন গাঁৱৰ জন্ম হয়। বৰ্তমান মাটিৰ অভাৱ হোৱাত গাওঁ গঠনৰ প্ৰক্ৰিয়া প্ৰায় বন্ধ হৈ যোৱা বুলি কব পাৰি। বজালীৰ ২৫৭খন গাঁৱৰ ভিতৰত ৮০খনমান পুৰণি গাওঁ আৰু বাকীবোৰ নতুন। জনসংখ্যাৰ অধিকাংশই অসমীয়া হিন্দু ; বঙালী হিন্দু-মুছলমানৰ সংখ্যা কম। ধৰ্মীয় দৃষ্টিত হিন্দু-মুছলমানৰ ভেদ থাকিলেও বজালীৰ সামাজিক জীৱনত এই ভেদ বৰ কম।

# বজালীৰ পৰিচয়

**শ্ৰীনাৰায়ণ দত্ত**
বজালী মহাবিদ্যালয়

পূৰ্বৰ কামৰূপ জিলাৰ উত্তৰ-পশ্চিম আৰু বৰ্তমান বৰপেটা জিলাৰ পূব-উত্তৰ ভাগত অৱস্থিত বিস্তৃত অঞ্চলটোৰ নাম বজালী। এতিয়া ই মহকুমালৈ উন্নীত হৈছে। কামৰূপ নামৰ কোনো এখন নিৰ্দিষ্ট ঠাই নথকাৰ দৰে বজালী নামৰো তেনে ঠাই নাই ; ই বৃহৎ অঞ্চল এটিৰহে নাম। বাহিৰৰ মানুহে আগেয়ে বজালীৰ আগত বাং শব্দটো লগাই বাং-বজালী বোলাৰ তাৎপৰ্য্য এতিয়াও খাটাংকৈ জানিব পৰা হোৱা নাই। বৰবাং আৰু বামাখাটা দুখন ডাঙৰ গাওঁ ওচৰা-ওচৰিকৈ আছে। বাং, বামাখাটা শব্দ দুটা ভূটীয়া ভাষাৰ পৰা অহা যেন লাগে। উক্ত গাওঁ দুখনৰ বিভিন্ন বিষয়ত প্ৰাধান্য থকাৰ বাবেই হয়তো অঞ্চল-টোকো বাং-বজালী বোলা হৈছিল। মন্ত্ৰপুথি আৰু বুৰঞ্জীত বজালী বানানটো বজালি বুলিহে পোৱা যায়। কি অৰ্থত এই নাম হ'ল কোৱাটো কঠিন যদিও তন্ত্ৰ-মন্ত্ৰ আৰু শল্য চিকিৎসাৰ লগত যে ইয়াৰ সম্বন্ধ আছে তাক অস্বীকাৰ কৰিব নোৱাৰি। ভূঞা, মোগল, আহোম, কোঁচ আৰু ভূটীয়াসকলে বজালীৰ কিছু অংশত ৰাজত্ব কৰাৰ প্ৰমাণ পোৱা গৈছে। বৃটিছ শাসনৰ আৰম্ভণিতে ভূটীয়া সকলক ভাৰতৰ ভূখণ্ডৰ পৰা খেদি পঠোৱা হৈছিল। বৰ্তমান বজালীৰ ভিতৰত আঠখন মৌজা আছে। উত্তৰ বজালী, পূব বজালী, সৰিহ, হস্তিনাপুৰ, বিজনী, মাণিকপুৰ, ককলাবাৰী আৰু ছাপাগুৰি মৌজাৰ সমষ্টিয়েই বজালী। ইয়াৰ লোকসংখ্যা প্ৰায় তিনি লাখ।

সম্পূৰ্ণ সমতল বজালীৰ ভূমি ভাগ কালদিয়া, পোমাৰা আৰু দেৱজাৰা নামৰ সৰু নৈ তিনিখনে পলসেৰে সাৰুৱা কৰি প্ৰধানকৈ ধান জাতীয় শস্যৰ উপযোগী কৰাত বজালীবাসীৰ অৰ্থনৈতিক অৱস্থা অতি বেছি সমৃদ্ধিশালীৰ শ্ৰেণীত নপৰিলেও দুখীয়া শ্ৰেণীতো পৰিবলগীয়া হোৱা নাই। পুষ্পভদ্ৰা নামৰ আন এখন মৰা নৈৰ চিন বজালীৰ বুকুত দেখা যায়। মানুহৰ বিশ্বাস, এদিন সেই নৈখন পুনৰ প্ৰবাহিত হৈ বজালীৰ ডুবি দেৱালয় স্পৰ্শ কৰি বৰলুইতত মিলি-বগৈ। উত্তৰফালে ভূটানৰ পাদদেশত থকা মানস অভয়াৰণ্যৰ একাংশ আৰু বাটাবাৰী, ককলাবাৰী আদি বাঘ, হাতী, হৰিণ থকা অৰণ্যই প্ৰাকৃতিক সৌন্দৰ্য্যৰ লগতে আৰ্থিক দিশতো অৰিহণা যোগাই আহিছে।

বজালীৰ গাওঁবোৰ দুই ভাগত বিভক্ত কৰিব পাৰি—পুৰণি গাওঁ আৰু নতুন গাওঁ। জন-সংখ্যাৰ বৃদ্ধি, প্ৰাকৃতিক দুৰ্যোগ, বড়ো-জনজাতিৰ ভূত-প্ৰেতলৈ ভয় আৰু বঙ্গভূমিৰ জীৱিকা-সন্ধানী হিন্দু-মুছলমানৰ আগমনৰ কাৰণে বহুত নতুন গাঁৱৰ জন্ম হয়। বৰ্তমান মাটিৰ অভাৱ হোৱাত গাওঁ গঠনৰ প্ৰক্ৰিয়া প্ৰায় বন্ধ হৈ যোৱা বুলি কব পাৰি। বজালীৰ ২৫৭খন গাঁৱৰ ভিতৰত ৮০খনমান পুৰণি গাওঁ আৰু বাকীবোৰ নতুন। জনসংখ্যাৰ অধিকাংশই অসমীয়া হিন্দু ; বঙালী হিন্দু-মুছলমানৰ সংখ্যা কম। ধৰ্মীয় দৃষ্টিত হিন্দু-মুছলমানৰ ভেদ থাকিলেও বজালীৰ সামাজিক জীৱনত এই ভেদ বৰ কম।

সময়ৰ সোঁতত ধৰ্মবিশ্বাসৰ পৰিবৰ্তন মানৱ-মনৰ এক স্বাভাৱিক লক্ষণ। প্ৰাক্-বৈষ্ণৱ যুগত হিন্দু তন্ত্ৰ, বৌদ্ধ তন্ত্ৰ আৰু থলুৱা লোকবিশ্বাসৰ সংমিশ্ৰণ ঘটি বজালী তথা অসমৰ বহুঠাইত ধৰ্ম-বিশ্বাসে অভিনৱ ৰূপ পৰিগ্ৰহণ কৰা দেখা যায়। তন্ত্ৰপ্ৰধান বজালীত শৈৱ মতবাদে প্ৰাধান্য বিস্তাৰ কৰাৰ সময়তে শাক্তধৰ্ময়ো তাৰ লগতে প্ৰায় সমস্থান লাভ কৰি পৰৱৰ্তী বৈষ্ণৱ ধৰ্মৰ বাহ্যিক আচৰণ, গীত-পদ আৰু দুই এটা উৎসৱ অনুষ্ঠানক আদৰণি জনায়। বজালীৰ ডুবি গাঁৱত থকা বুঢ়াগোঁসাইৰ থান অতি প্ৰাচীন। তাত থকা শিৱৰ মাহাত্ম্যৰ কথা জানি আহোম ৰজা শিৱসিংহই তাত মন্দিৰ নিৰ্মাণ কৰাই মাটিবাৰী দান কৰে। সেই থানত আদিতে শিৱপূজা আৰু পিচলৈ দুৰ্গাপূজা, জন্মাষ্টমী আদিও পালন কৰা দেখা যায়। গোবিন্দপুৰ সত্ৰ মহাপুৰুষ দামোদৰ-দেৱৰ প্ৰিয় শিষ্য ভগৱানদেৱে স্থাপন কৰাৰ লগে লগে বজালীত বৈষ্ণৱ ধৰ্মৰ ঢৌ প্ৰবল হয়, কিন্তু সেই ঢৌত তন্ত্ৰৰ সৰু ঢৌ দুই এটাও সোমাই বৈষ্ণৱৰ ৰূপ লৈ থাকিল। বামাখাটা, অকয়া, কালজিৰাপাৰা আদি সত্ৰ তন্ত্ৰৰ প্ৰভাৱৰ পৰা মুক্ত হৈ থাকিল যদিও ধৰ্মপ্ৰচাৰত সিবোৰে বিশেষ ভূমিকা লব নোৱাৰিলে। ধৰ্মীয় অনুষ্ঠানসমূহত নিষ্ঠাবান লোকৰ অভাৱ, আধুনিক শিক্ষাই বিশ্বাসতকৈ যুক্তিক দিয়া প্ৰাধান্য, বাহিৰৰ অভাৰতীয় নানা প্ৰভাৱ আৰু কলিকালৰ ভয়াবহ ৰূপৰ ফলত বৰ্তমান ধৰ্ম নামমাত্ৰ থকা বুলি কলেও বঢ়াই কোৱা নহয়।

অসমৰ সুশৃংখল গ্ৰাম্য জীৱনৰ ক্ষেত্ৰত বজালীৰ স্থান বিশেষ উল্লেখযোগ্য। পৰিষ্কাৰ আলি-পদূলি, ঘৰ-দুৱাৰ, পোচাক-পৰিচ্ছদ আদিৰ লগতে মানুহৰ চলন-ফুৰণ, কথা-বতৰা আৰু চিন্তাধাৰাৰ সুন্দৰ ৰূপ বজালীত পৰিলক্ষিত হয়। বৰ্তমানৰ বিচিত্ৰ প্ৰভাৱে সামাজিক জীৱন কিছু পৰিমাণে পঙ্গু কৰিলেও, প্ৰাচীন গাওঁবোৰত পূৰ্বৰ শান্তৰূপে বিৰাজ কৰাৰ আভাষ এতিয়াও দেখা পোৱা যায়। শিক্ষা দীক্ষাৰ বেলিকা পুৰণি গাওঁবোৰত পৰম্পৰাগতভাৱে প্ৰাক্‌বৈষ্ণৱ যুগৰ পৰাই সংস্কৃত আৰু কাইথেলি বিদ্যাৰ চৰ্চা হোৱা কথা জনা যায়। দ্বিজপুৰুষোত্তম, পীতাম্বৰ সিদ্ধান্ত-বাগীশ, বকুল কায়স্থ, ভট্টদেৱ আদি বৈষ্ণৱ যুগৰ কবি-পণ্ডিতৰ জন্মস্থান বজালী বুলি জনা যায়। সংস্কৃতৰ শিক্ষা সীমিত ব্ৰাহ্মণ পৰিয়াল কিছুমানতে আবদ্ধ থকা হেতুকে ই বিস্তাৰ লাভ কৰিব নোৱাৰিলে। কাইথেলি বিদ্যাই সৰ্বসাধাৰণৰ ব্যৱহাৰিক জীৱনৰ বিভিন্ন ক্ষেত্ৰত সহায়ক হোৱাত আৰু সংস্কৃততকৈ তুলনামূলকভাৱে সহজ হোৱাত ই বেছি জনপ্ৰিয় হৈ উঠে। কাইথেলি বিদ্যাৰ চৰ্চা বজালীত ভালদৰে হোৱা কথাৰ প্ৰমাণ পোৱা গৈছে। বৃটিছ শাসনৰ পূৰ্বে বহুসংখ্যক শিক্ষকে নিজৰ ঘৰতে আৰু পিচলৈ একোখন উমৈহতীয়া স্থানত কাইথেলি বিদ্যাৰ শিক্ষা দান কৰি ব্যৱহাৰিক জ্ঞানৰ উপৰিও ধৰ্মীয় আৰু নৈতিক শিক্ষা দিয়াত এচাম লোক শিক্ষিত হৈ উঠিছিল। কায়থ বা কায়স্থ শব্দটো পৰৱৰ্তীকালত জাতিবাচক হয় যদিও প্ৰকৃততে ই লিখা-পঢ়া বিষয়ত মনোনিবেশ কৰা ব্যক্তিকহে বুজাইছিল। বজালীৰ কায়থ বুঢ়াৰ সভাৰ ভাগীবোৰ আৰু কায়থপাৰা গাঁৱৰ মানুহবোৰ কলিতা জাতিৰ হ'লেও বিদ্যা শিক্ষাত লাগি থকা হেতুকে তেওঁলোকক আগেয়ে কায়থ বোলা হৈছিল।

অসমৰ শিক্ষা সংস্কৃতিৰ অন্ধকাৰ যুগ অৰ্থাৎ ১৮৩৬-১৮৭২ খৃষ্টাব্দৰ ভিতৰত বজালীৰ বামাখাটা গাঁৱৰ সিন্ধুৰাম চৌধুৰীয়ে অদম্য উৎসাহেৰে খৃষ্টান ধৰ্ম গ্ৰহণ কৰি হলেও ইংৰাজী শিকাৰ চেষ্টা কৰি কলিকতাত কলেজীয়া শিক্ষা লাভ কৰে। ধৰ্মপ্ৰচাৰৰ কাৰণে তেওঁ ইউৰোপ আমেৰিকালৈও গৈছিল। কটন কলেজিয়েট স্কুলৰ সহকাৰী প্ৰধান শিক্ষক হিচাপে তেওঁ অৱসৰ গ্ৰহণ কৰে। স্বৰ্গীয় কামাখ্যাৰাম বৰুৱা, তৰুণৰাম ফুকন, ৰঘুনাথ চৌধাৰী আদি তেওঁৰ প্ৰিয় ছাত্ৰ আছিল। সিন্ধু চৌধুৰীৰ প্ৰেৰণাতে বজালীৰ দুই চাৰিজন ছাত্ৰই ইংৰাজী শিকাৰ সাহস কৰিছিল। ১৯০১ খৃষ্টাব্দত কটন কলেজ আৰম্ভ হোৱাত স্বৰ্গীয়

সৰ্বানন্দ দত্ত, হৰি দাস, সোণাপতি শৰ্মা আদিয়ে উচ্চ শিক্ষাৰ বাবে তালৈ যায়। স্বৰ্গীয় কামেশ্বৰ দাসে অতি সুখ্যাতিৰে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম, এছ, চি পাছ কৰি আহি বজালীত শিক্ষা বিস্তাৰ কাৰ্য্যত অৰিহণা যোগায়। এই কামেশ্বৰ দাস-দেৱেই বজালী কলেজৰ প্ৰতিষ্ঠাপক আছিল। এম্, ভি স্কুল থাকিলেও ১৯০৯ চনত চৌখুটী এম্, ই, স্কুল স্থাপন নোহোৱালৈকে বজালীত ইংৰাজী শিকাৰ ভাল সুবিধা নাছিল। ৰাইজৰ আগ্ৰহ আৰু চেষ্টাৰ ফলত ১৯২৬ চনত বজালী হাইস্কুল, ১৯৩৫ চনত পাটাচাৰ-কুছি বিদ্যাপীঠ আৰু ১৯৪৫ চনত জালাহ হাইস্কুল স্থাপিত হোৱাত ভালেমান ছাত্ৰ-ছাত্ৰীয়ে ইংৰাজী শিক্ষাৰ সোৱাদ পালে। এই স্কুল তিনিখনৰ পৰা বহু সংখ্যক মেধাবী ছাত্ৰই নিজৰ বুদ্ধিবৃত্তি প্ৰকাশ কৰি অঞ্চলটোৰ তথা অসম মাতৃৰ মুখ উজলাবলৈ সক্ষম হয়। ১৯৫৫ চনত বজালী কলেজ আৰম্ভ হোৱাৰ লগে লগে বজালী তথা নামনি অসমৰ অনেক দুখীয়া ছাত্ৰ-ছাত্ৰীয়ে কলা আৰু বিজ্ঞান শিক্ষা সহজে লাভ কৰি অসমত শিক্ষা বিস্তাৰ কাৰ্য্যত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। বৰ্তমান এই কলেজৰ দুটা বিষয়ত স্নাতকোত্তৰ শ্ৰেণীও খোলা হৈছে। ১৯৬০ চনৰ পৰা প্ৰায় একুৰি বছৰৰ ভিতৰত বজালীত আঠখন কলেজ, চাৰিখন উচ্চতৰ মাধ্যমিক স্কুল আৰু প্ৰায় প্ৰতিখন গাঁৱতে প্ৰায়মাৰী স্কুল স্থাপিত হৈছে। বজালীৰ কিছুসংখ্যক ছাত্ৰই চিকিৎসা আৰু কাৰিকৰী বিদ্যাত ভাৰতৰ বাহিৰত কৃতিত্ব অৰ্জন কৰাটো কম গৌৰৱৰ কথা নহয়। বিশেষ উল্লেখযোগ্য যে বিংশ শতিকাৰ পূৰ্বে বজালীত প্ৰাথমিক স্তৰৰ স্ত্ৰীশিক্ষাৰ অনুষ্ঠান কেইবাটিও আছিল। সামাজিক বাধা নিষেধৰ বাবে নাৰীয়ে উচ্চ শিক্ষা লবলৈ সাহস নকৰা সময়তে বজালীৰ ভিতৰুৱা গাওঁ এখনৰ দুই ভগ্নী স্বৰ্গীয়া চন্দ্ৰপ্ৰভা শইকীয়ানী আৰু ডাঃ ৰজনীপ্ৰভাই উচ্চ শিক্ষা লাভ কৰে। ডাঃ ৰজনীপ্ৰভা অসমৰ প্ৰথম এম, বি পাছ কৰা ড্যক্তৰণী। অসমৰ নাৰী জাগৰণ আৰু ভাৰতৰ মুক্তিযুদ্ধত চন্দ্ৰপ্ৰভা শইকীয়ানীৰ স্থান অতি উচ্চ।

অসমৰ গ্ৰাম্য শিল্পকলাৰ মৃৎ আৰু কাঠ শিল্পৰ সুন্দৰ নিদৰ্শন বজালী অঞ্চলৰ কেইবাঠাইতো পোৱা গৈছে। অশিক্ষিত শিল্পীয়ে অকল দা-কুঠাৰেৰেই কাঠৰ নানা মুখা, মূৰ্তি আদি কাটি শিল্প নৈপুণ্যৰ পৰিচয় দিছিল। বাঁহ বেতৰ কামত পুৰুষসকল যেনে পাকৈত আছিল, তেনেদৰে তিৰোতাসকলেও বয়ন কাৰ্য্যত পটুতাৰ পৰিচয় দিছিল। কালৰ গতিত পুৰণি শিল্পকলাৰ কিছু অৱনতি নোহোৱাও নহয়। সাহিত্য, চিত্ৰকলা আৰু সঙ্গীতত বজালী কিছু পিছপৰি আছিল যদিও স্বৰ্গীয় প্ৰেমনাৰায়ণ দত্ত, ভবানন্দ দত্ত, সুৰেণ শৰ্মা, ডাঃ দীননাথ শৰ্মা, চন্দ্ৰপ্ৰভা শইকীয়ানী, হৰেণ শৰ্মা আদিৰ সাহিত্যিক অৱদান বৰ কম নহয়। বজালীৰ থিয়নাম, বিশেষকৈ জুনা নাম অসমীয়া কলা-সংস্কৃতিৰ এপদ মূল্যবান সম্পদ। সুৰ, তাল, ৰাগ, মালিতা আদি নামৰ আকৰ্ষণীয় অঙ্গ-বোৰলৈ মন কৰিলে ই প্ৰাচীন কামৰূপী সঙ্গীতৰ পৰম্পৰা ৰক্ষা কৰা যেন লাগে। বিয়াগীতৰ সুৰতো বজালীৰ স্বকীয়তা মন কৰিবলগীয়া।

বৈষ্ণৱ যুগত বজালীত নাট্যকলাৰ বিশেষ প্ৰচলন নোহোৱাটো যেনে সত্য, বিংশ শতিকাত সমগ্ৰ অসমৰ ভিতৰতে বজালীয়ে আধুনিক নাট্যকলাৰ দিশ নিৰ্ণয় কৰাটোও তেনে সত্য। অসমৰ ভিতৰত বজালীতে পোনপ্ৰথমে ১৯২৭ চনত সহ-অভিনয়ৰ পাতনি মেলা হয়। পাঠশালা নাট্য সমিতিয়ে আধুনিকতাৰ পোহৰ পেলাই ভ্ৰাম্যমান থিয়েটাৰৰ পথ সুগম কৰি তোলে। ১৯৬৩ চনত পাঠশালা নগৰৰ শ্ৰীঅচ্যুত লহকৰে ভ্ৰাম্যমান থিয়েটাৰ সুপ্ৰতিস্থিত কৰি ব্যৱসায়িক ভিত্তিত নাট্যকলাৰ চৰ্চা প্ৰৱৰ্তন কৰে। বহু প্ৰতিভাবান শিল্পীয়ে এই নাট্যকলাৰ লগত জড়িত হৈ নিজৰ জীৱিকা নিৰ্বাহ কৰাৰ লগতে নাট্য জগতলৈ মহৎ উপকাৰ সাধন কৰিছে।

শান্ত প্ৰকৃতিৰ বজালীবাসীৰ ৰাজনৈতিক চেতনা

তীব্ৰ নহয় সঁচা, কিন্তু জাগৰণ হোৱাৰ পিচত সহজে সি স্তিমিত নহয়। বিদেশী ইংৰাজৰ বিৰুদ্ধে ৰাইজ-মেলত যোগ দি বজালীৰ কেইবাগৰাকী ব্যক্তিয়ে নির্য্যাতন ভোগ কৰাৰ উদাহৰণ আছে। ১৯৪২ চনৰ গণ আন্দোলনত বজালীয়ে যি ভূমিকা লৈছিল সি আন্দোলনৰ ইতিহাসত সোণালী আখৰেৰে জিলিকি থাকিব। ব্যক্তিগত আৰু নিজৰ ঠাইৰ স্বাৰ্থত স্বাধীনতাৰ আন্দোলন আৰু সৌ সিদিনাৰ অসম ছাত্ৰসন্থাৰ বিদেশী বিতাৰণ আন্দোলনত বজালীয়ে ৰাজনৈতিক সুবিধাৰ প্ৰলোভনত বিচলিত নহৈ এক হৈ থাকি আন্দোলনত অংশ গ্ৰহণ কৰিছিল। প্ৰাচীন ঐতিহ্য ৰক্ষা কৰি বজালীৰ নতুন পুৰুষে শিক্ষা, সমাজ অৰ্থনীতি, ৰাজনীতি আৰু সাংস্কৃতিক ক্ষেত্ৰত আগুৱাই গলে অসম মাতৃৰ মুখ উজ্বলতৰ হ'ব বুলি আমাৰ দৃঢ়বিশ্বাস।

০ ০ ০

# শিক্ষা বিস্তাৰত ধৰ্মানুষ্ঠানৰ ভূমিকা

শ্ৰীঅমল ভৌমিক
নূৱৰ্ত্তী অধ্যাপক,
বঙালী বিভাগ, বি-এইচ কলেজ

সাৰ্মাগ্ৰিক দৃষ্টিত শিক্ষা অভিজ্ঞতাৰ বাহিৰে আন একো নহয়। প্ৰকৃতি মানুহৰ প্ৰধান শিক্ষয়িত্ৰী। অভিজ্ঞতা, শিক্ষাদান আৰু শিক্ষা গ্ৰহণত প্ৰকৃতি মানুহৰ সহায়ক। শ্ৰীযুত বিশ্বনাৰায়ণ শাস্ত্ৰী সম্পাদিত 'শিক্ষা পৰিক্ৰমা' গ্ৰন্থত তলত দিয়া ধৰণে শিক্ষাৰ সংজ্ঞাৰ নিৰূপণ কৰিছে—"প্ৰকৃতিৰ ভিতৰত কোনো নিৰ্দেশ বা পৰিকল্পনা নোহোৱাকৈ উত্তেজনাৰ ক্ৰিয়া ঘটিব লাগিছে। এনে ক্ৰিয়াৰ লগত প্ৰতিক্ৰিয়াৰ ফলত আমি আমাৰ সহজাত কৰ্ম প্ৰেৰণাৰ পৰিবৰ্তন কৰিবলৈ শিকো আৰু তাৰ ফলত আমি শিক্ষিত হওঁ।" সাধাৰণভাবে কবলৈ গলে, নিৰ্দিষ্ট অনুষ্ঠানৰ যোগেদি, নিয়ন্ত্ৰিত অভিজ্ঞতা বা প্ৰকৃতিয়ে শিক্ষাদান কাম সমাধা কৰে। এই পদ্ধতিত মানুহে লাভ কৰা অভিজ্ঞতা আৰু প্ৰতিক্ৰিয়া সমাজৰ দ্বাৰা বিশেষভাবে নিয়ন্ত্ৰিত হয়। এই নিয়ন্ত্ৰিত শিক্ষা ব্যৱস্থাত নিৰ্দিষ্ট অনুষ্ঠানৰ প্ৰয়োজন। এই শিক্ষানুষ্ঠানবিলাকৰ দায়িত্ব আৰু কৰ্তব্য গধুৰ। আলোচ্য প্ৰৱন্ধত উক্ত নিয়ন্ত্ৰিত অনুষ্ঠানবিলাকৰ বিষয়ে আলোচনা কৰাৰ প্ৰয়াস কৰা হৈছে।

দীৰ্ঘ দিনৰ সামাজিক প্ৰমূল্য তথা পুৰণি ঐতিহ্য সংস্কৃতিৰ বিষয় এই অনুষ্ঠানবিলাকৰ প্ৰচাৰৰ মুখ্য বিষয়বস্তু। অতীজৰে পৰা বিশ্বৰ প্ৰতিটো সভ্য সমাজত নিয়ন্ত্ৰিত সামাজিক শিক্ষানুষ্ঠানৰ যোগেদি শিক্ষা বিস্তাৰ আৰু শিক্ষাদান কাৰ্য্য অব্যাহত গতিত চলিছে। শিক্ষা এটা বিশেষ কলা, যি কলাবিদ্যাৰ দ্বাৰা মানুহে প্ৰকৃতিক পৰিবৰ্তিত কৰি নিজৰ বা দহৰ মঙ্গল সাধিব পাৰে। শিক্ষক সমাজৰ দ্বাৰা নিয়ন্ত্ৰিত অভিজ্ঞতা বুলি প্ৰাচীন গ্ৰীকবিলাকেও বিশ্বাস কৰিছিল। অৱশ্যে গ্ৰীক্‌বিলাকৰ ক্ষেত্ৰত নিয়ন্ত্ৰণৰ অৰ্থ হ'ল অনুষ্ঠান আৰু অনুষ্ঠানৰ বাহিৰত থকা সকলো প্ৰকাৰৰ সামাজিক নিয়ন্ত্ৰণ। এই উদ্দেশ্যে নিয়ন্ত্ৰিত শিক্ষাদান কামৰ বাবে সুদূৰ অতীতৰ পৰা গ্ৰীকবিলাকে সৈন্য বিভাগ, ধৰ্ম মন্দিৰ, নাটশালা ইত্যাদি কিছুমান সামাজিক অনুষ্ঠানৰ জন্ম দিছিল, যিবোৰ অনুষ্ঠানৰ অপৰিসীম দায়িত্ব আধুনিক যুগত মাত্ৰ তথাকথিত বিদ্যালয়, মহাবিদ্যালয় জাতীয় শিক্ষানুষ্ঠানবোৰৰ ওপৰত আহি ন্যস্ত হবৰ উপক্ৰম হৈছে। ফলত উক্ত অনুষ্ঠানবিলাকৰ বাহিৰে অইন কোনো অনুষ্ঠানত শিক্ষাদান কাৰ্য্য প্ৰায় বন্ধ হবৰ উপক্ৰম হৈছে। গ্ৰীক শিক্ষা পদ্ধতি মতে প্ৰকৃতিক অনুসৰণ কৰাৰ প্ৰয়োজন নাই, পৰিকল্পিত প্ৰণালীৰে মানুহৰ প্ৰকৃতিৰ পৰিবৰ্তন সাধন কৰা শিক্ষাৰ আচল কথা। শিক্ষাৰ লক্ষ্য ব্যক্তি আৰু সমাজৰ মঙ্গল সাধন কৰা। মানৱ প্ৰকৃতি বৈচিত্ৰময়, গতিকে তাৰ আদৰ্শ বা চৰিত্ৰও বিচিত্ৰ সম্ভাৰেৰে পৰিপূৰ্ণ। প্ৰতিটো মানুহৰ স্বতন্ত্ৰ সত্তা বৰ্তমান, সেই কাৰণে কোনো এটা বিশেষ আদৰ্শৰ দ্বাৰা প্ৰতিটো মানুহে কেতিয়াও নিয়ন্ত্ৰিত হব নোৱাৰে। মানৱ জীৱন গতিশীল, প্ৰতি মুহূৰ্ততে ইয়াৰ উত্থান-পতন

হয়, তাৰ ফলস্বৰূপে প্ৰতি যুগত মানুহৰ আদৰ্শৰ পৰিবৰ্তন লক্ষ্যণীয়। জাতীয় ঐতিহ্য আৰু অনুষ্ঠান বিলাকৰ দায়িত্ব মাত্ৰ সমাজৰ গাইগুটিয়া মানুহৰ জীৱনক গঢ় দিয়া। প্ৰতিটো মানুহৰ দায়িত্ব আৰু কৰ্তব্যবোধেৰে সম্পূৰ্ণ স্বকীয়ভাবে ব্যক্তি আৰু সমাজৰ মঙ্গলাৰ্থে কাম কৰি যোৱাটো শিক্ষাৰ উদ্দেশ্য হোৱা উচিত। আপাত দৃষ্টিত ব্যক্তি--মঙ্গল আৰু সামূহিক মঙ্গলৰ মাজত পাৰ্থক্য থাকিলেও এদিন সময় আহিব যিদিনা মানুহে এই অন্তৰায় দূৰ কৰি ব্যক্তি আৰু সামূহিক মঙ্গলৰ মাজত সামঞ্জস্য সাধন কৰি পৃথিৱীত শ্ৰেষ্ঠত্বৰ প্ৰমাণ দিব পাৰিব।

শিক্ষাৰ মূল উদ্দেশ্য সৰ্বতোভাবে ব্যক্তিৰ স্বাধীন সত্তাৰ গঢ় দিয়া, শিক্ষকৰ কৰ্তব্য শিক্ষাৰ্থীৰ স্বকীয় ব্যক্তিত্বৰ সাৰ্বিক স্ফুৰণত সৰ্বতোভাবে সহায় কৰা। এই ক্ষেত্ৰত সৰ্বাগ্ৰে ধৰ্মীয় শিক্ষাৰ একান্ত প্ৰয়োজন। ধৰ্মীয় শিক্ষা বিহনে শিক্ষকে শিক্ষাৰ্থীক এইবোৰ গুণাৱলী অৰ্জনত সহায় কৰিব নোৱাৰে। ভাৰতীয় নৈতিকতাবোধ ধৰ্ম ভাৱনাৰে প্ৰভাৱিত আৰু নৈতিকতাহীন শিক্ষা প্ৰকৃত শিক্ষা নহয়। ভাৰতীয় নৈতিক শিক্ষাই মানুহক দায়িত্ব, কৰ্তব্য আৰু শ্ৰদ্ধাৰে অনুপ্ৰাণিত কৰে, যি শিক্ষা ব্যৱস্থাই ভূত, ভৱিষ্যত আৰু বৰ্তমানক সমদৃষ্টিৰে নিৰীক্ষণ কৰাৰ ক্ষমতা দি মানুহক কৰ্তব্য নিৰূপণত সহায় কৰে আৰু দেশ আৰু দহৰ প্ৰতি শ্ৰদ্ধাবান কৰি গঢ়ি তোলে।

বিভিন্ন যুগত শাসক গোষ্ঠীৰ শাসিতৰ প্ৰতি দৃষ্টিভঙ্গীৰ পৰিবৰ্তনৰ লগে লগে শিক্ষানীতি, ৰাজনীতি আৰু ধৰ্মীয় নীতিৰ পৰিবৰ্তন সাধিত হৈছিল। ইউৰোপত ৰোম সম্ৰাটসকলৰ উত্থান-পতনৰ মাজেদি উক্ত পৰিবৰ্তন সমূহ লক্ষ্য কৰা যায়। গীৰ্জাৰ যোগেদি পুৰণি জ্ঞানবিদ্যাৰ চৰ্চা একাদশ শতিকাত গোটেই ইউৰোপত বিয়পি পৰিছিল। খ্ৰীষ্টপূৰ্ব যুগত অৱশ্যে পুৰণি ৰোম সাম্ৰাজ্যৰ শিক্ষা ব্যৱস্থাৰ উদ্দেশ্য ধৰ্ম নিৰপেক্ষ আছিল। যেনেকৈ ভাৰতবৰ্ষত বৈদিক আমোলৰ শিক্ষা ব্যৱস্থা ধৰ্ম নিৰপেক্ষ আছিল। কালক্ৰমে ধৰ্মীয় জ্ঞানধাৰা বিশেষ বিশেষ গোষ্ঠীৰ মতবাদৰ বাহন হোৱাৰ লগে লগে বৈদিকোত্তৰ আৰু খ্ৰীষ্টীয় যুগত বিশেষ বিশেষ ধৰ্মীয় শিক্ষা ব্যৱস্থাৰ উদ্ভৱ হয়। ইউৰোপত এই ধৰণৰ ধৰ্মীয় শিক্ষা ব্যৱস্থা গীৰ্জা কৰ্তৃপক্ষৰ তত্ত্বাৱধানত প্ৰায় হেজাৰ বছৰৰ অধিক কাল প্ৰচলিত আছিল। ধৰ্ম নিৰপেক্ষ বৈদিকোত্তৰ যুগৰ শিক্ষা ব্যৱস্থাৰ তেনে কোনো বিৱৰণ পোৱা নেযায়,--কিন্তু বৈদিক যুগত ভাৰতীয় শিক্ষাদৰ্শই চৰম উৎকৰ্ষ লাভ কৰিছিল, উপনিষদ গ্ৰন্থ ইয়াৰ প্ৰমাণ। বৌদ্ধযুগৰ শিক্ষা পদ্ধতিয়ো মঠ বা বিহাৰ কেন্দ্ৰিক আছিল। বৌদ্ধ শিক্ষা পদ্ধতিৰ অৰ্থ হ'ল—মঠ বা বিহাৰৰ শিক্ষা পদ্ধতি। বৌদ্ধ ধৰ্মীয় বিধানেৰে বৌদ্ধ ধৰ্মীয় শিক্ষা পদ্ধতি সম্পূৰ্ণৰূপে প্ৰভাৱিত আছিল। জাতকত বৰ্ণিত শিক্ষা ব্যৱস্থাত তক্ষশীলা বিদ্যানুষ্ঠানৰ শ্ৰেষ্ঠত্বৰ বিৱৰণ পোৱা যায়। তক্ষশীলাৰ পিছতে শিক্ষা বিস্তাৰত কাশী বা বাৰাণসীৰ নাম উল্লেখযোগ্য। ভাৰতীয় মুছলিম শিক্ষা পদ্ধতিয়ো ধৰ্ম ভিত্তিক আছিল। স্থায়ীভাবে বসবাস কৰা মুছলিমসকলে ইছলাম ধৰ্ম আৰু ইছলামীয় সংস্কৃতি প্ৰচাৰৰ বাবে ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত মচজিদ নিৰ্মাণৰ কাম নিষ্ঠাৰ সৈতে হাতত লৈছিল। এই মচজিদবিলাক আছিল একো একোটা শিক্ষাকেন্দ্ৰ। ৮ম শতিকামানৰ পৰা মুছলিমসকলে ভাৰতবৰ্ষলৈ আহিব ধৰে। ভাৰতবৰ্ষত ইছলামীয় সংস্কৃতি প্ৰকৃতাৰ্থত দাস বংশীয় ৰজাৰ কুতুবউদ্দিনে বহুত মচজিদ সাজি প্ৰচাৰৰ সুবন্দোৱস্ত কৰিছিল। এই মচজিদবিলাক ধৰ্ম প্ৰচাৰৰ উপৰিও শিক্ষা সংস্কৃতি প্ৰচাৰৰ প্ৰধান কেন্দ্ৰ আছিল। ইছলামীয় শিক্ষানুষ্ঠানবোৰ সাধাৰণতঃ মক্তব আৰু মাদ্ৰাছা নামে পৰিচিত। মহামতি আকবৰেই ভাৰতত সৰ্বপ্ৰথম মাদ্ৰাছাবিলাকত মুছলমানৰ উপৰিও হিন্দু ল'ৰাৰ পঢ়াৰ ব্যৱস্থা কৰি দিছিল যাৰ ফলস্বৰূপে পৰৱৰ্তী যুগত লাহে লাহে মাদ্ৰাছাবিলাক হিন্দু-মুছলিম ছাত্ৰ-ছাত্ৰীৰ মিলন কেন্দ্ৰৰূপে পৰিগণিত হৈছিল। এইদৰে কালক্ৰমত মচজিদবিলাকৰ লগত

সংযুক্ত মতবাদবিলাক যুগোপযোগী শিক্ষাদান কেন্দ্ৰত পৰিণত হৈছিল আৰু পাছি ভাষা শিকোৱা বিদ্যানুষ্ঠান-বিলাক জাতি-ধৰ্ম নিৰ্বিশেষে সকলো মানুহৰ শিক্ষা-কেন্দ্ৰত পৰিণত হৈছিল, যাৰ ফলস্বৰূপে ভাৰতবৰ্ষত হিন্দু-মুচলিম সংস্কৃতিৰ একতাৰ ভেটি ৰচিত হৈছিল।

পুৰণি ভাৰতবৰ্ষত যিবিলাক শিক্ষানুষ্ঠানৰ বিষয়ে জনা যায়, সেইবিলাকৰ ভিতৰত নালন্দা বিশ্ববিদ্যালয়ৰ নাম বিশেষভাবে উল্লেখযোগ্য। উক্ত বিশ্ববিদ্যালয়ত সকলো ধৰ্মীয়, সামাজিক আৰু ৰাজনৈতিক মতাদৰ্শৰ ওপৰত শিক্ষাদানৰ ব্যৱস্থা আছিল। এই জাতীয় শিক্ষানুষ্ঠানৰ মূল উদ্দেশ্য আছিল : চিন্তা, মতবাদ আৰু বিশ্বাসৰ স্বাধীনতা। শিক্ষা ব্যৱস্থাত সম্পূৰ্ণ স্বাধীনতা প্ৰয়োগৰ পৰীক্ষা-নিৰীক্ষাৰ উপযুক্ত ঠাই আছিল এই নালন্দা বিশ্ববিদ্যালয়। নালন্দাই মুক্তকন্ঠে ঘোষণা কৰিছিল--'সত্য আচৰণৰ প্ৰথম আৰু প্ৰয়োজনীয় স্বৰ্ত হ'ল—স্বাধীনতা। বৌদ্ধ ধৰ্মমতত এই উদাৰ আদৰ্শ আছিল সম্পূৰ্ণ অভিনৱ। ধৰ্ম সম্বন্ধীয় ক্ৰিয়াকলাপত নালন্দা জাতীয় শিক্ষা কেন্দ্ৰবিলাকৰ দৃষ্টিভঙ্গী সদায় উদাৰ আৰু সাৰ্বজনীন আছিল। তৎকালীন যুগৰ সকলো ধৰ্মমতৰেই দেৱ-দেৱীৰ মূৰ্তি এইবোৰ শিক্ষানুষ্ঠানত সংৰক্ষিত হৈছিল। শিক্ষা প্ৰচাৰৰ ক্ষেত্ৰত একেদৰেই বিক্ৰমশীলা বিহাৰ, জগদ্দল বিহাৰ আৰু ওদন্তপুৰী বিহাৰৰ নামো বিশেষ ভাবে উল্লেখযোগ্য। পুৰণি ভাৰতবৰ্ষত দীৰ্ঘকাল ধৰি উক্ত প্ৰক্ৰিয়াত জ্ঞানধৰ্ম প্ৰচাৰৰ ব্যৱস্থা চলিছিল আৰু জনশিক্ষাৰ বাহনৰূপে ঐতিহ্যমণ্ডিত পুৰণি মঠ, মন্দিৰ, নামঘৰ, মচজিদ আৰু গীৰ্জাবোৰৰ বিশেষ ভূমিকা আছিল।

উনবিংশ-বিংশ শতিকা ভাৰতবৰ্ষৰ নৱ-জাগৰণৰ যুগ। এই যুগৰ সমাজ ব্যৱস্থাৰ গুৰুত্বপূৰ্ণ পৰিবৰ্তন সমূহ বিশেষভাবে লক্ষণীয়। পুৰণি কুসংস্কাৰপূৰ্ণ সমাজৰ ঠাইত এখন প্ৰগতিশীল নতুন সমাজ ব্যৱস্থা গঢ়ি তোলাৰ কাৰণে শতিকাব্যাপী সৃষ্টিশীল মানুহৰ চেষ্টাৰ অন্ত নাই। ভগৱান, প্ৰকৃতি, মানুহ আৰু সমাজক লৈ গৱেষকসকলৰ গৱেষণাৰ বিৰাম নাই। পৰিবৰ্তনশীল জগতত কোনো সমাজ ব্যৱস্থাই দীৰ্ঘকাল স্থায়ী হব নোৱাৰে। যুগে যুগে ভগৱান, প্ৰকৃতি আৰু মানুহৰ ৰহস্য উদ্‌ঘাটনৰ পৰিপ্ৰেক্ষিতত বিশ্বজুৰি সমাজ ব্যৱস্থাৰো ৰূপান্তৰ সাধিত হৈছে। সভ্যতাৰ বিৱৰ্তনৰ লগে লগে অসংখ্য মঠ, মন্দিৰ, গীৰ্জা, নামঘৰ আৰু মচজিদ নিৰ্মিত হৈ আছে আৰু আগলৈও হৈ থাকিব। মতবাদ আৰু ওলোটা মত-বাদৰ মাজেদি ভাৰতীয় সনাতন ধৰ্ম যেনেকৈ অগ্ৰসৰ হৈ আছে শত বাধা-বিঘিনি অতিক্ৰম কৰিও উজ্জলতা লাভ কৰিছে তেনেকৈ ধৰ্মীয় ভাব-ভাৱনাবিলাকৰ বাহনসমূহ-গীৰ্জা, মন্দিৰবিলাকেও নতুন সাজত বৈশিষ্ট-পূৰ্ণ হৈ সমাজত নিজৰ সনাতন ঐতিহ্য বাহাল ৰাখিব পাৰিছে। আজিও কোটি কোটি অধ্যাত্ম ৰস-পিপাসু মানুহে উক্ত মহান ধৰ্মানুষ্ঠানবোৰৰ মাজেদি মনৰ পিয়াহ পৰিতৃপ্ত কৰি ভাৰতীয় অধ্যাত্ম সাধনাৰ অনুসৰণ কৰি, ভাৰতীয় মহান সভ্যতা সংস্কৃতিৰ মঙ্গলাৰ্থে অবিহণা যোগাই পবিত্ৰ ভূমি, ধৰ্ম-ভূমি ভাৰতৰেই মঙ্গল সাধন কৰিছে।

তথাকথিত সাম্যবাদী চিন্তাধাৰা পৃথিবীৰ যি মুষ্টিমেয় ভূ-খণ্ডত কুৰি শতিকাত গা কৰি উঠিছে তাতো আজিলৈকে মঠ, মন্দিৰ, গীৰ্জাৰ প্ৰভাৱ খৰ্ব কৰা সম্ভৱ হোৱা নাই। সাম্যবাদী ৰাচিয়া, চীন প্ৰভৃতি দেশত পুৰণিকালৰ ঐতিহ্যবাহী মঠ, মন্দিৰ-বিলাকৰ সংৰক্ষণৰ সু-ব্যৱস্থা আছে আৰু তাত নিতৌ নতুন নতুন মঠ, মন্দিৰ নিৰ্মাণ হব ধৰিছে। জীৱনৰ উদ্ভৱ, বিকাশ আৰু লয় ধৰ্মীয় চেতনাৰে নিয়ন্ত্ৰিত। জীৱনৰ প্ৰতিটো দিশেই ধৰ্মীয় আচৰণ প্ৰভাৱিত। কুৰি শতিকালৈ পৃথিবীৰ প্ৰগতিৰ ইতিহাসৰ অৰ্থ ধৰ্মৰ বিৱৰ্তনৰ ইতিহাস। আধুনিক বৈজ্ঞানিক বস্তু-বাদ পুৰণি ঐতিহ্য সংস্কৃতিৰ পৰিৱৰ্তিত প্ৰগতিশীল ৰূপ। পুৰণি ধৰ্মীয় ভাব-ভাবনাৰ ভেটিত থিয় দি নতুন সাম্যবাদী চিন্তাধাৰা মূৰ দাঙি উঠিছে। ৰহস্যাবৃত মানুহৰ মন আৰু ইয়াৰ অনন্ত বৈচিত্ৰ্যক আংশিক

ভাবে জনাৰ সুবিধা লৈ যেতিয়াই মানুহক অৱমাননা কৰাৰ চেষ্টা চলিছিল তেতিয়াই ই বাধাপ্ৰাপ্ত হৈছিল আৰু তাৰ পৰা মানুহে যথেষ্ট অভিজ্ঞতাও লাভ কৰিছিল। সভ্য মানুহে অতীজৰে পৰা ধৰ্মীয় চেতনাৰে উদ্বুদ্ধ হৈ বিশ্বভূমি, বিশ্বব্ৰহ্মাণ্ড, বিশ্বভ্ৰাতৃত্ব আৰু বিশ্বপিতাৰ স্মৰণ আৰু মনন কৰি আহিছে, এই চিন্তাধাৰা এদিন নিশ্চয় বাস্তৱত ৰূপায়িত হব আৰু এই পৰিবৰ্তন কোনেও নিবিচাৰিলেও ই পৰিবৰ্তনৰ নিয়ম অনুসৰি অৱশ্যসাধিত হ'ব।

জনশিক্ষাৰ কাৰণে ধৰ্মীয়, অধ্যাত্ম আৰু দাৰ্শনিক তত্ত্ব প্ৰচাৰৰ উদ্দেশ্য লৈ যুগে যুগে মঠ, মন্দিৰৰ উৎপত্তি। মানুহে ব্যক্তিগত নাইবা সমূহীয়াভাবে এইবোৰ মঠমন্দিৰ নিৰ্মাণ কৰে। সকলোৰে উদ্দেশ্য মহান—এখন বিশেষ পবিত্ৰ ঠাইত পবিত্ৰ মনে সমবেত হৈ স্বকীয় আত্মাৰ উৎকৰ্য সাধন তথা মঙ্গল চিন্তা কৰা। স্বকীয় আত্মাৰ মঙ্গলৰ অৰ্থ হ'ল সমগ্ৰ বিশ্বাত্মাৰ মঙ্গল সাধন কৰা। অৱশ্যে এই মহান উদ্দেশ্য মঠ, মন্দিৰ সৃষ্টিৰ গুৰিত থাকিলেও এই উদ্দেশ্য কিমানদূৰ কাৰ্যত ৰূপায়িত হয় সেইটোও বিচাৰ্য্য। পুৰণি যুগৰ দৰে আজিও বহু মঠ, মন্দিৰ, গীৰ্জা, মচজিদৰ দুৰ্ণাম শুনিবলৈ পোৱা যায়; এইবোৰ ধৰ্মীয় অনুষ্ঠানত ধৰ্মৰ নামত ব্যৱসায় আৰু মানুহৰ কু-প্ৰবৃত্তি চৰিতাৰ্থ কৰাৰ বিষয়ে বহুত কথা শুনিবলৈ পোৱা যায়। কুৰি শতিকাৰ প্ৰায়বোৰ মন্দিৰতে টকা-পইচাৰ লেন-দেনৰ ব্যৱসায়িক বৃত্তিটো ভীষণভাবে গা কৰি উঠিছে, তীৰ্থ ক্ষেত্ৰত, মন্দিৰবোৰত পূজাৰী আৰু মোল্লাবোৰৰ আচৰণত ব্যৱসায় বৃত্তিয়ে মুখ্য ভূমিকা লোৱা যেন দেখা যায়। পুৰী, কামাখ্যা, বৃন্দাবনধাম এনেকুৱা অবাধ ব্যৱসায় ক্ষেত্ৰৰ উজ্জ্বল দৃষ্টান্ত। পাণ্ডাৰূপী ব্যৱসায়ীৰ (অৱশ্যে সকলো নহয়) লীলাভূমি এইবোৰ পবিত্ৰ ধাম ক্ষেত্ৰত য'ত টকা-পইচাৰ অঙ্কেৰে ঈশ্বৰৰ কৃপা বিতৰণৰ ব্যৱস্থা হয়। এইবোৰ ব্যৱস্থা নিশ্চয় নিন্দনীয় আৰু ক্ষতিকাৰক।

কবিগুৰু ৰবীন্দ্ৰনাথ, ঋষি অৰবিন্দ আৰু মহাত্মা গান্ধী প্ৰভৃতি প্ৰাতঃস্মৰণীয় মহাপুৰুষ সকলে আশ্ৰম পাতি শিক্ষা সংস্কৃতি অধ্যাত্মবোধ জাগ্ৰত কৰাৰ ব্যৱস্থা কৰি দি গৈছে। আজিও উক্ত আশ্ৰমবোৰৰ সেইসকল মহান কাম সুচাৰুৰূপে পৰিচালনা কৰি মানুহৰ সৎ বিবেক জাগ্ৰত কৰাৰ প্ৰক্ৰিয়া অব্যাহত গতিত চলাইছে। সমগ্ৰ বিশ্বৰ অধ্যাত্ম ৰসপিপাসু মানুহে এইবোৰ অনুষ্ঠানৰ সান্নিধ্যত আহি নিজকে ধন্য মানিছে, নিজকে সু-সংস্কৃতিবান কৰি গঢ়ি তুলি ভাৰতীয় সভ্যতা সংস্কৃতিৰ জয়ধ্বনিত মুখৰিত হৈছে। আজি প্ৰতিজন ভাৰতীয়ই বেছি সংখ্যক আশ্ৰম, মক্তব, গীৰ্জা, মন্দিৰ আৰু মচজিদ নিৰ্মাণ কৰি সহিষ্ণুতা, ঐক্য আৰু সেৱাৰ মনোভাবেৰে উদ্বুদ্ধ হৈ বিলাতী ভাৱধাৰাৰে সঞ্জীৱিত শিক্ষা ব্যৱস্থাৰ আশু পৰিবৰ্তনৰ ব্যৱস্থা কৰি নিজৰ নৈতিক দায়িত্ব আৰু কৰ্তব্য পালন কৰা উচিত।

বৃটিছ শিক্ষাবিদ প্ৰবৰ্তিত বিলাতী জনবিমুখ ভাৰতীয় শিক্ষা ব্যৱস্থাত ভাৰতৰ মঙ্গল নাই, ই আজি স্পষ্টভাবে প্ৰমাণিত। ভাৰতৰ কাৰণে আজি প্ৰয়োজন ভাৰতৰ মাটিত উদ্ভূত ৰাজনীতি, ধৰ্মনীতি, অৰ্থনীতি আৰু সমাজনীতিৰ সু-সামঞ্জস্য বিধানকাৰী প্ৰকৃত ভাৰতীয় শিক্ষানীতি আৰু তাত ভাৰতীয় বৈজ্ঞানিক ভাবধাৰাৰ প্ৰয়োগ ব্যৱস্থা প্ৰৱৰ্তন।

ভাৰত আত্মাৰ বাণী—ভাৰতীয় শিক্ষাদৰ্শৰ বাণী আৰু এই মহান বাণী প্ৰচাৰত ভাৰতীয় শিক্ষানুষ্ঠান ৰূপী বাহন একান্ত অপৰিহাৰ্য্য। বিলাতী ভাব বহনকাৰী বিলাতী বাহনৰূপী অনুষ্ঠানে বিলাতী মানুহ হে গঢ়িব পাৰে, কিন্তু আচল ভাৰতীয় মানুহ গঢ়িব নোৱাৰে। আচল ভাৰতীয় মানুহ গঢ়াৰ কাৰণে আজি সৰ্বাগ্ৰে প্ৰয়োজন হৈছে, ভাৰতীয় ভাব বহনকাৰী শিক্ষানুষ্ঠানৰ।

জয়তু ভাৰতীয় মহান শিক্ষাদৰ্শ, জয়তু ভাৰতীয় পবিত্ৰ শিক্ষানুষ্ঠান।

০-০-০

# নটসূৰ্য্য ফণী শৰ্মাৰ 'চিৰাজ' নাটৰ মানৱতা বোধ

## [এটি আলেখ্য]

শ্ৰীসাধিৰাম কলিতা
অসমীয়া বিভাগ
টিহু কলেজ

কবি চণ্ডীদাসে কৈছে "সবাৰ উপৰে মানুষ সত্য, তাহাৰ উপৰে নেই"। আমাৰ কবি চন্দ্ৰকুমাৰ আগৰৱালাদেৱেও গাইছে--

"মানুহেই দেৱ--মানুহেই সেৱ
মানুহ বিনে নাই কেৱ"।

মানুহৰ এই শ্ৰেষ্ঠত্ব আৰু দেৱত্বৰ মহিমাকেই দাঙি ধৰা হৈছে "চিৰাজ" নাটকৰ কাহিনীত। উদাৰ মানৱতাবাদ আৰু প্ৰগতিশীল আদৰ্শই যেন নাটকৰ মূল প্ৰতিপাদ্য বিষয়। নাটকীয় ঘটনা-স্ৰোতত চিৰাজ, সাবিত্ৰী, ফাতেমা, সীতা, আঘোণাকাই, বীৰেশ্বৰ বৰুৱা, বৰুৱানী, কন্দৰ্প, অনিল আদি বহুতো সৰু-বৰ চৰিত্ৰক আমি লগ পাইছো। মানুহৰ প্ৰতি স্নেহ, দয়া, ভালপোৱা, সহনশীলতা আদি সজ গুণৰ খবৰো কম বেছি পৰিমাণে সকলোবোৰ চৰিত্ৰই কঢ়িয়াই আনিছে। তথাপি এই ক্ষেত্ৰত আমি সৰ্বপ্ৰথমে নাম ল'ব লাগিব ধৰ্মপ্ৰাণ, ধীমান ব্যক্তি চিৰাজৰ। মৰমৰ স্ত্ৰী আৰু কন্যা ৰেজীয়াৰ অকাল মৃত্যুৰ পিছত অকালতে বিধবা হোৱা ভনীয়েক ফাতেমাৰ লগত তেওঁ আজি ১৪ বছৰে এক প্ৰকাৰ বৈৰাগ্য জীৱন অতিবাহিত কৰিলে। ৰাইজৰ মঙ্গলৰ কাৰণে ইংৰাজী স্কুল, ডাক্তৰখানা, হিন্দুসকলৰ নামঘৰ, শঙ্কৰ মন্দিৰ বান্ধিবলৈ নিজৰ মাটি আৰু টকা দান দিলে। এনেহেন উদাৰ সাগৰ সদৃশ হৃদয়খনৰ প্ৰকৃত চিনাকি হৈছে তেতিয়া--যেতিয়া তেওঁ চাহ বাগিছাৰ মালিক বীৰেশ্বৰ বৰুৱাৰ পুত্ৰ কন্দৰ্পৰ সৈতে অবৈধ মিলনৰ ফলত অন্তঃসত্বা হোৱা আশ্ৰয়হীনা হিন্দুৰ ছোৱালী সাবিত্ৰীক গঞা ৰাইজৰ বাধা স্বত্বেও নিজ ঘৰতে আশ্ৰয় দিছে, সেৱা শুশ্ৰূষা কৰি তাইৰ জীৱন ৰক্ষা কৰিছে আৰু সাবিত্ৰীৰ নৱজাত সন্তানটিক নিজ সন্তানৰ দৰে প্ৰতিপালন কৰিছে। চিৰাজৰ মতে হিন্দু অহিন্দুৰ বিচাৰ কৰিবলৈ তেওঁৰ কোনো অধিকাৰ নাই। সাবিত্ৰীৰূপী মানুহে চিৰাজৰূপী মানুহৰ ঘৰত আশ্ৰয় বিচাৰিছে আৰু সেয়ে সেই আশ্ৰয় দিবলৈ তেওঁ আগবাঢ়ি গৈছে। নহলে যে তেওঁ অমানুহ হৈ পৰিব। সমাজলৈ ভয় কৰি তেওঁ মানবীয় কৰ্তব্যক অৱহেলা কৰিব নোৱাৰে। প্ৰয়োজন হলে খোদাৰ ওচৰতে তেওঁ কৈফিয়ৎ দিব। এনে মহৎ মানবীয় অনুভূতিৰে চিৰাজৰ হৃদয়খন বিকশিত হৈছে পবিত্ৰ পদুম ফুলৰ পাহিৰ দৰে। অকল এইয়ে নহয়, চাওঁতে চাওঁতে চিৰাজৰ এনে অৱস্থা হ'ল যেন ইতিমধ্যে মৃত্যু হোৱা জীয়েক ৰেজীয়াৰ মুখৰ প্ৰতিচ্ছবি সাবিত্ৰীত দেখা পালে। চিৰাজৰ বাবে ৰেজীয়া

আৰু সাবিত্ৰীৰ মাজত যেন কোনো ভেদাভেদ নাই। চিৰাজৰ পিতৃ হৃদয়ত দুয়োজনীৰ বাবে একেই স্থান। মানৱ পিতৃৰ হৃদয়ত মানৱ-কন্যাৰ স্থান। উত্তপ্ত হৃদয় শাঁত পেলাবলৈ সাবিত্ৰী কিন্তু ক্ষন্তেকৰ বাবেহে আছিল। কাৰণ, সন্তানটি জন্ম দিয়াৰ পিছতে সাবিত্ৰীৰ মৃত্যু হ'ল। তথাপিও সাবিত্ৰীৰ নৱজাত শিশুটিয়েই হ'ল তেওঁৰ বুকুৰ জীউলাও--মৰমৰ সঁফুৰা। চিৰাজে সেই শিশুটিকেই আঠ বছৰে বুকুৰ উম দি তুলি-তালি ডাঙৰ-দীঘল কৰিছে। চিৰাজে সন্তানটিৰ নাম মুছলমানৰ মতে 'নুৰ' আৰু হিন্দুৰ মতে 'সীতা' ৰাখিলে। সেয়াও যেন চিৰাজৰ অন্য এক উদাৰতাৰ পৰিচয়। ধূলি-বালিৰে লেতেৰা মৰ্ত্যক স্বৰ্গ সাজিবলৈ এনে মানুহৰে প্ৰয়োজন যুগে যুগে, দেশে দেশে। কিন্তু সেয়া হলেও সীতা বা নুৰক নিজৰ কৰি জোৰকৈ ৰখাৰ অধিকাৰ বা মানসিকতা চিৰাজৰ নাই। প্ৰকৃত পিতৃয়ে বিচাৰিলে সীতাক তেওঁৰ হাতত তুলি দিবলৈ সাবিত্ৰীয়ে মৃত্যুৰ আগ-মুহূৰ্তত অনুৰোধ কৰি গৈছে। সেয়ে কন্দৰ্পই সীতাক কলিকতাত পঢ়াবলৈ নিবলৈ অহা সময়ত সীতাক চিৰাজে ৰাখিব বিচৰা নাই। এনে বিদায় পৰত তেওঁ কিন্তু বেদনাত আহত হৈছে; মাজে মাজে চিঠি দি থাকিবলৈ সীতাক অনুৰোধ কৰিছে, আনকি কিবা বিপদ হলে সীতাক পুনৰ আশ্ৰয় দিবলৈও তেওঁ প্ৰতিশ্ৰুতি দিছে। সীতাৰ প্ৰতি চিৰাজৰ দৰদৰ যেন পাৰাপাৰ নাই।

'চিৰাজ' নাটকত চিৰাজ চৰিত্ৰ যিদৰে মানৱতা-বোধৰ প্ৰতিভূ সেই একেদৰেই কলিকতাত থকা সুবিমল ফুকনৰ ভাগিন অনিলো আন প্ৰকাৰে মানৱতা বোধৰ প্ৰতিভূ। কলেজত পঢ়া অৱস্থাতেই সীতাৰ প্ৰতি অনুৰক্ত হোৱা, সীতাক বিয়া কৰাম বুলি কথা দিয়া এইজন অনিল নতুন যুগৰ নতুন পুৰুষ। সমাজৰ এলান্ধুকলীয়া ৰীতি-নীতি আৰু ৰক্ষণশীলতাক তেওঁ গ্ৰহণ কৰিব নিবিচাৰে। অন্ধবিশ্বাসক প্ৰশ্ৰয় দি তেওঁ ইতিমধ্যে বিয়া কৰাও বুলি কথা দিয়া সীতাক প্ৰতাৰণা কৰিব নোৱাৰে। মানুহ মানুহৰ বাবে। সমাজৰ নিয়মৰ বাবে নহয়। সেয়ে তেওঁ বিদ্ৰোহ কৰি উঠিছে এইবুলি, "মানুহে সমাজ গঢ়ে, সমাজে মানুহ নগঢ়ে। যিখন সমাজত মানুহে মানুহক আগোন হবলৈ নিদিয়ে, যিখন সমাজৰ মানুহৰ ভিতৰত অজস্ৰ শ্ৰেণী বিভেদ কৰাই কাম্য, যিখন সমাজৰ সুবিধাবাদী সকলৰ প্ৰয়োজন অনুসৰি সমাজৰ আইন কানুনৰ সৃষ্টি" সেইখন সংকীৰ্ণ সমাজ প্ৰকাশ্যে অস্বীকাৰ কৰি অনিলে সীতাক বিয়া কৰাবলৈ দৃঢ় কন্ঠে অংগীকাৰ কৰিলে। ইয়াতো প্ৰকাশ হৈছে মানৱ-দৰদী হৃদয়ৰ লীলা মহিমা।

কন্দৰ্পৰ স্ত্ৰী সৰযুৰ বিক্ষোভৰ জুয়ো যেন মানৱতা বোধৰ শীতল বাৰিৰ স্পৰ্শ পাই হঠাতে নিৰ্বাপিত হ'ল। তাইৰ চিৰন্তন দৰদী মাতৃ হৃদয়ে অনিল আৰু সীতাক ধৰ্ম সন্তান হিচাপে গ্ৰহণ কৰিবলৈ মন্ত্ৰ-মুগ্ধৰ দৰে আগবাঢ়ি আহিল। তেজ মঙহেৰে গঢ়া দৰা-কইনা অনিল আৰু সীতাক পাই তেওঁ আৰু মাহীদেউ হৈ থাকিব নিবিচাৰিলে। এবাৰ মাত্ৰ তেওঁক 'মা' বুলি মাতিবলৈ তেওঁ অনিল আৰু সীতাক আকোৱালি ক'লে। চিৰাজৰ চিৰন্তন পিতৃ হৃদয়ত আনৰ সন্তান সীতাই যেনেকৈ নিজৰ সন্তানৰ দৰে স্থান অধিকাৰ কৰি লৈছে, সৰযুৰ চিৰন্তন মাতৃ হৃদয়তো অনিল আৰু সীতাই একোখন স্থান অধিকাৰ কৰি লৈছে। চিৰাজ আৰু সৰযুৰ এই চিৰন্তন পিতৃস্নেহ আৰু মাতৃস্নেহে এনে এটি বিশ্বজনীন অনুভূতিৰেই ঘোষণা কৰে যে বিশ্বৰ প্ৰতিজন সন্তানৰ কাৰণে এখন পিতৃ হৃদয় আৰু এখন মাতৃ-হৃদয়হে থাকিব পাৰে। চৰম উদাৰতা, মহত্ত্ব আৰু ত্যাগৰ ৰাগেৰে ৰঞ্জিত 'চিৰাজ' নাটখনিত প্ৰেম, দয়া, মমতা, সহনশীলতা আৰু কোমল মানবীয় অনুভূতিৰ পূৰ্ণ বিকাশ ঘটিছে।

কন্দৰ্পৰ পিতৃ বীৰেশ্বৰ বৰুৱা, মাতৃ বৰুৱাণী, তেওঁলোকৰ ঘৰৰ লগুৱা আঘোণাকাইৰ কথা আৰু কাৰ্য্যৰ মাজতো তেনে মানবীয় অনুভূতিৰ উদ্ৰেক হৈছে। বৰুৱাৰ ঘৰৰ বিপদ সম্পদেই আঘোণা

কাইৰো বিপদ সম্পদ। নিজৰ দেহৰ শক্তি, মনৰ শক্তি, বিবেক-বিচাৰ আনকি তাৰ মাহিলি দৰমহা-খিনিও ক্ষয় কৰিছে বৰুৱাৰ ঘৰখনৰ মঙ্গলৰ কাৰণে। বিয়া-বাৰু বাদ দিও সি বৰুৱাৰ ঘৰখনক মনে-প্ৰাণে নিজৰ কৰি লৈছে।

বৰুৱা, বৰুৱানীৰ আভিজাত্যৰ গৌৰৱ, অহমিকা-বোধ, সংৰক্ষণশীল মনোভাৱ নিশ্চয় আছে। কিন্তু বাগিছাৰ মহৰীৰ মৃত্যুৰ পিছত তেওঁৰ অনাথিনী স্ত্ৰী আৰু দুহিতৃক বাগিছাৰ বঙলাতে কাম দি সংস্থান দিছে। ঘৰৰ কাম কৰা মানুহ হলেও আঘোণাকাইক অৱহেলাতো কৰাই নাই, বৰঞ্চ সকলো ক্ষেত্ৰতে মৰম-দয়াৰে তাৰ বুকুখন শাঁত পেলাই ৰাখিছে।

এনেকৈয়ে 'চিৰাজ' নাটকৰ চৰিত্ৰবোৰ মানুহৰ মঙ্গল কামনাৰ মন্ত্ৰেৰে দীক্ষিত হৈছে। ৰাতি ফুলা শেৱালী ফুলৰ দৰে বিভিন্ন চৰিত্ৰ বিকশিত হৈ উঠিছে।

শেষত ক'ব পাৰি সাম্প্ৰতিক যুগৰ নব্য চেতনা আৰু প্ৰগতিশীল চিন্তাৰ জ্যোতিৰ্ময় আভাৰে উদ্ভাষিত এই নাটকখন কেৱল 'ৰক্ষণশীল সমাজ ব্যৱস্থাৰ বিৰুদ্ধে এক তীব্ৰ প্ৰতিবাদেই নহয়, 'সাম্প্ৰদায়িক সম্প্ৰীতিৰ চানেকিয়েই নহয়। ধৰ্মৰ উৰ্দ্ধত, সম্প্ৰদায়ৰ উৰ্দ্ধত থকা মানুহৰ সমাজখন য'ত মানৱতাই একমাত্ৰ ধৰ্ম সেইখন সমাজেই ইয়াত প্ৰতিভাত হৈছে।

o-o-o

# বজালী কলেজৰ ইতিহাস
## ( এটি চমু বিৱৰণী )

শ্ৰীসম্পূৰ্ণানন্দ তালুকদাৰ
অৰ্থনীতি বিভাগ, বজালী কলেজ

পাঠশালা চৰকাৰী বাছ আস্থানত এদিন উজনীৰ ফালৰ এজন সহপাঠী বন্ধুৱে বাছৰ খিৰিকিৰে মুখ উলিয়াই মোক কৈছিল, "বন্ধু তোমাৰ বজালী কলেজখন দেখি আহিলোঁহে, দেখাত একেবাৰে এখন বিশ্ববিদ্যালয়ৰ নেখীয়া, বজালী আৰু পাঠশালা দেখোন তেনেই ওচৰা-ওচৰি হে।" ...ৰে কলেজখন বজালীত আৰু বাছ আস্থানটো পাঠশালাত বুলি ধৰি ...ছিল। আজিও মোক গুৱাহাটীত দুই এজনে সোধে, "পাঠশালাৰ পৰা বজালী ...মান দূৰ ?"

ঐতিহ্যমণ্ডিত আঠখন মৌজাক লৈ পুৰণি বজালী পৰগণা—বজালী ৰাজহ চক্ৰ। বৰ্তমান অঞ্চলটো বজালী, জালাহ আৰু সৰুপেটা ৰাজহ চক্ৰত বিভক্ত। এই আঠখন মৌজাৰ লগত নতুনকৈ আৰু তিনিখন মৌজা সংযোগ কৰি নতুন বজালী মহকুমা গঠিত। কালদিয়া আৰু পহুমৰা দুয়োখন নদী বজালী অঞ্চলৰ মাজেদি বৈ গৈছে। এই দুই নদীৰ অৱবাহিকাৰ ঘন বসতিপূৰ্ণ ভূখণ্ডৰ অতীত বুৰঞ্জীয়ে চুকি নোপোৱা।

এই বজালীৰে ৰাইজৰ উচ্চশিক্ষাৰ প্ৰতি থকা হাবিয়াসৰ প্ৰতীক, বজালীৰ স্নায়ুকেন্দ্ৰ বজালী কলেজ। পঞ্চাশৰ দশকৰ আৰম্ভণীতে কোনোবা এটা শুভক্ষণত বজালীৰ ৰাইজে কলেজ এখন পতাৰ সপোন দেখে। সেয়া আছিল শীতৰ হাড় কঁপোৱা কোনোবা এটা পুৱতি নিশা। জনা যায়--পাঠশালা অঞ্চলৰ কেইজনমান উদ্যোগী, ব্যৱসায়ী, শিক্ষক আৰু চৰকাৰী চাকৰিয়ালে বনভোজ খাবলৈ যাওঁতে এই অঞ্চলত এখন কলেজ পতাৰ বিষয়ে আলোচনা কৰিছিল। পুৱতি নিশাৰ সপোন ফলিয়ায়। সেই দিনটো আছিল ১৯৫১ চনৰ ২৬ জানুৱাৰী—পাঠশালাৰ ৰাজহৱা সভা ঘৰত কলেজ পতাৰ বিষয়ে আলোচনা কৰিবৰ বাবে প্ৰথম ৰাজহৱা সভা অনুষ্ঠিত হয়। সেই সভাত স্বৰ্গীয় কেশৱনাৰায়ণ দত্ত এম্, এ, বি, এলদেৱক সভাপতি, ডাঃ জিনাৰাম দাসক উপসভাপতি, হৰেন্দ্ৰ নাথ শৰ্মা আৰু কাশীনাথ দাসক যুটীয়া সম্পাদক হিচাবে ৫১ জন সদস্যৰে এখন অস্থায়ী কলেজ কমিটী গঠন কৰা হয়। লগতে জিনাৰাম দাসক সভাপতি, সৰ্বেশ্বৰ পাটগিৰিক সম্পাদক আৰু কাশীনাথ দাসক ধনভৰালী পাতি এখন বিত্ত উপসমিতিও গঠন কৰা হৈছিল। বিত্ত সংগ্ৰহৰ মূল দায়িত্বত আছিল পাঠশালা বজাৰ সমিতিৰ সমূহ সদস্য আৰু ৺ধৰণীধৰ গোস্বামী, শ্ৰীবলো তালুকদাৰ, ৺দ্বিজেন শৰ্মা, ৺মনোৰঞ্জন কলিতা, ৺গৰ্গ নাৰায়ণ শৰ্মা প্ৰমুখ্যে বজালী হাইস্কুলৰ শিক্ষকবৃন্দ। তাৰোপৰি কলেজ স্থাপনৰ আয়োজন আৰু প্ৰাৰম্ভিক কাম কাজ কৰাত ৺চিন্তাহৰণ পাটগিৰি, ৺ডাঃহোমেশ্বৰ চৌধুৰী, ৺তাৰিণী পাটগিৰি, ডাঃ কৃষ্ণকান্ত লহকৰ, ৺উমাকান্ত চৌধুৰী আদিয়ে কম বেছি পৰিমাণে লাগি ভাগি আছিল।

পিছত ৺ধৰণীধৰ গোস্বামীদেৱে কৈছিল যে কামেশ্বৰ দাস আছিল তেওঁলোকৰ 'team'টোৰ 'brain' আৰু তেওঁলোক আছিল 'body'। কমিটিৰ বেছি-ভাগ সদস্যই অতি সোনকালে কলেজ গতাৰ পক্ষপাতী আছিল যদিও কামেশ্বৰ দাসে অধিক ধন সংগ্ৰহ আৰু এটা শকত পুঁজি গঠন নকৰাকৈ শ্ৰেণী আৰম্ভ কৰিবলৈ দিয়া নাছিল। তাৰ বাবে তেখেতে কটু সমালোচনাৰো সন্মুখীন হবলগা হৈছিল। তেখেতে কিন্তু বাৰে বাৰে কৈছিল—এইখন বিজ্ঞানৰ কলেজ গাতিব লাগিব—গতিকে বহুত টকাৰ আৱশ্যক হ'ব। কলা বিষয়ৰ কলেজ এখনে আমাৰ ল'ৰাবিলাকক পৰমুখাপেক্ষীহে কৰিব। সেয়েহে সুদীৰ্ঘ চাৰিবছৰ ধৰি ধন সংগ্ৰহৰ প্ৰচেষ্টা চলি আছিল।

ধন সংগ্ৰহৰ কৌশল অভিনৱ আছিল। বজালী অঞ্চলত বিক্ৰী হোৱা ধানৰ প্ৰতি মোণত নিৰ্দ্ধাৰিত কৰ বহুৱা হৈছিল। তাৰোপৰি পাঠশালা বজাৰত বেচা সামগ্ৰীসমূহ, ডাকঘৰ, ৰেল ষ্টেচনেৰে অনা-নিয়া সামগ্ৰীসমূহ, বাছৰ যাত্ৰীৰ টিকেট আদিতো কৰ বহুওৱা হৈছিল। স্কুলৰ ছাত্ৰ-ছাত্ৰীৰ নামভৰ্তি আৰু ট্ৰেন্সফাৰ আদিৰ পৰাও নামমাত্ৰ চাঁদা গ্ৰহণ কৰি কলেজৰ পুঁজিত জমা কৰা হৈছিল। বিয়া-বাৰু, সকাম নিকাম আদিলৈ নামাতিলেও কামেশ্বৰ দাসে দুই চাৰিজনক লগত লৈ নিজেই গৈছিল আৰু খাই বৈ উঠি উচৰ্গা নিদি কলেজৰ নামত চাঁদা আনিছিল।

মুঠতে কলেজ গঢ়া প্ৰক্ৰিয়াটোত বজালী অঞ্চলৰ ধনী-দুখুনীকো সামৰি লোৱা হৈছিল। কলেজ কমিটিৰ সদস্যসকলে নিজে চাঁদা দিয়াৰ উপৰিও অতি নিষ্ঠাৰে কৰা কাম, ধন সংগ্ৰহৰ কামত নিযুক্ত কৰ্ম-চাৰী সকলৰ অক্লান্ত পৰিশ্ৰম, নেতৃত্বৰ বিচক্ষণতা আৰু দূৰদৰ্শিতাই কৃতকাৰ্য্যতাৰ মূল কাৰণ আছিল।

কাশীনাথ দাসৰ উদগনিত তেখেতৰ বাসভৱনতে উৎসৱমুখৰ পৰিৱেশত বজাৰৰ বিভিন্ন লোকে এক অনা, দুঅনাৰ পৰা পাঁচ টকালৈ টিকেটত ষ্টাম্প মৰা, বহী ছপাই কৰা আদি কাম কৰিছিল। ধন সংগ্ৰহৰ কাম চলি থকা সময়তে বৰ্তমান কলেজ চৌহদৰ মুঠ ৫২ বিঘা মাটি কিনি লোৱা হৈছিল।

১৯৫৫ চনৰ ৫ জুলাইত কামেশ্বৰ দাসৰ সভাপতিত্বত অনুষ্ঠিত হোৱা ৰাইজৰ সভাত কলেজ স্থাপনৰ চূড়ান্ত সিদ্ধান্ত লোৱা হয় আৰু সেই বছৰতে ১৬ আগষ্ট তাৰিখে আনুষ্ঠানিকভাৱে কলেজ প্ৰতিষ্ঠা কৰা হয়। কলেজৰ নিজা ঘৰ নোহোৱাত বজালী হাইস্কুলতে ১ চেপ্টেম্বৰৰ পৰা পাঠদান আৰম্ভ হ'ব বুলিও জাননী দিয়া হয়। কামেশ্বৰ দাসক অধ্যক্ষ হিচাপে নিযুক্তি দি কলেজৰ সকলো দায়িত্ব তেওঁক অৰ্পণ কৰা হয়। প্ৰথম দিনৰ প্ৰথম পাঠদান কৰে বৰ্তমান অৱসৰপ্ৰাপ্ত বজালী কলেজৰ উপাধ্যক্ষ শ্ৰীঅনন্ত তালুকদাৰে। তেখেত "লজিক" (Logic)ৰ অধ্যাপক আছিল যদিও পাঠ্য তালিকা (routine) অনুসৰি 'চিভিকচ্‌' (Civics) ক্লাচহে কৰিছিল।

প্ৰথম অৱস্থাত বঙ্গ, বিহাৰ, উৰিষ্যা, মাদ্ৰাজ আদি ৰাজ্যৰ পৰা অহা কেইবাগৰাকীও অধ্যাপকক নিযুক্তি দিয়া হৈছিল। কিন্তু তেওঁলোকৰ বহুতে সেই সময়ৰ পাঠশালাৰ গাঁৱলীয়া পৰিৱেশ আৰু চালুকীয়া অনুষ্ঠানটিৰ আড়ম্বৰহীনতাত মনৰ খোৰাক নেপাই অতি কম দিনতেই উভতি গৈছিল। শ্ৰীঅনন্ত তালুক-দাৰ আৰু টিহু হাইস্কুলত প্ৰধান শিক্ষকৰ পদ এৰি বজালী কলেজত অসমীয়াৰ মুৰব্বী অধ্যাপক হিচাপে যোগদান কৰা শ্ৰীৰমণী শৰ্মাহে নিয়মীয়াকৈ উপস্থিত আছিল।

পিছত শ্ৰীৰমণী শৰ্মা কোকৰাঝাৰ কলেজৰ অধ্যক্ষ হৈ যোৱাত শ্ৰীসৰ্বেশ্বৰ ৰাজগুৰুৱে অসমীয়া বিভাগ চলাই থাকে। অংক শিকোৱাৰ দায়িত্বত থাকে অধ্যক্ষ নিজে।

কলেজত প্ৰথম বছৰ ৬০ জন ল'ৰাৰ নাম ভৰ্তি কৰা হয়। তাৰ ভিতৰতে কেইবাজনকো অধ্যক্ষই নিজে থকা ঠাই ঠিক কৰি দিব লগা হৈছিল। সেই সময়ৰ বজালী হাইস্কুলৰ প্ৰধান শিক্ষক ৺ৰেৱতি

দত্তদেৱৰ কন্যা শ্ৰীমতী ইন্দিৰা দত্ত (বৰ্তমান সন্দিকৈ কলেজৰ অধ্যক্ষ শ্ৰীৰত্ন বৰুৱাৰ পত্নী) প্ৰথম বছৰৰ একমাত্ৰ ছাত্ৰী আছিল। কামেশ্বৰ দাস আছিল বুদ্ধিত বৃহস্পতি। কলেজৰ কাৰ্য্যালয়, পুথিভঁৰালৰ বাবে আচবাব যোগাৰ কৰাত তেখেত অতি পাকৈত আছিল। চিলনীয়ে থাপ মাৰি খেৰ এদাল হলেও নিয়াৰ দৰে তেখেতে কাৰোবাৰ ঘৰত ভুমুকি মাৰিলে তাৰ পৰা কিবা এপদ আনিহে এৰিছিল।

সেই সময়ত অসমৰ কোনো গাঁৱতে কলেজ স্থাপন হোৱা নাছিল। পাঠশালাতো কলেজ এখন স্থাপন হোৱাতো ওপৰ মহলে বিচৰা নাছিল। সেই সময়ৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি পাঠশালালৈ আহোতে "কলেজত কোনো সাহায্য দিয়া নহব, আপোনালোকে কিবা কাৰিকৰী অনুষ্ঠান পাতক ঘৰতো কামত আহিব" বুলি মন্তব্য কৰি গৈছিল। কলেজখন বিশ্ববিদ্যালয়ৰ পঞ্জীয়নভুক্ত কৰাতো মহা সমস্যা হৈছিল। সেই সময়ৰ উপাচাৰ্য্য কৃষ্ণকান্ত সন্দিকৈক সাক্ষাৎ কৰাটোও এক কঠিন কাম আছিল। বহু কষ্টৰ পিছত ১৯৫৭ চনত কলা শাখাই বিশ্ববিদ্যালয়ৰ অনুমোদন লাভ কৰে।

নানা কাৰণত অতীষ্ঠ হৈ কামেশ্বৰ দাসে ১৯৫৮ চনৰ অক্টোবৰ মাহত অধ্যক্ষ পদৰ পৰা অৱসৰ লয়। গাওঁ অঞ্চলত বিজ্ঞান শিক্ষা প্ৰসাৰৰ যি এক সপোন তেওঁ দেখিছিল সেই সপোন দিঠকত পৰিণত নোহোৱাৰ চিন্তাই তেওঁক ভাৰাক্ৰান্ত কৰি তুলিছিল আৰু সেয়ে পাঠশালাৰ পৰা গৈ তেওঁ গুৱাহাটীৰ নিজা বাসভৱনত আছিলগৈ। ১৯৫৯ চনত বিজ্ঞান শাখা খোলাৰ পিছত ১৯৬০ চনত ৰাইজৰ অনুৰোধত তেখেত পুনৰ এই কলেজলৈ ঘূৰি আহে। ১৯৬০ চনত বিজ্ঞান শাখাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ অনুমোদন লাভ কৰে।

কামেশ্বৰ দাসৰ অনুপস্থিতিৰ কালছোৱাত কলিকতাৰ এজন বঙালী ভদ্ৰলোক আহি অধ্যক্ষৰ আসন শোভিত কৰিছিল। শিক্ষাগত অৰ্হতাৰ প্ৰমাণ পত্ৰ নোহোৱাত আৰু চালচলনত সন্দেহ হোৱাত কৰ্তৃপক্ষই তেওঁৰ পৰা প্ৰমাণ পত্ৰ বিচাৰিলে। তাগিদা পাই অধ্যক্ষ "মশায়" প্ৰমাণ পত্ৰ আনিবলৈ যি গ'ল আৰু ঘূৰি নাহিল।

আৰম্ভণীৰ পৰাই এই কলেজৰ পৰীক্ষাৰ ফলাফল অতি সন্তোষজনক আছিল। আই, এ, শাখাৰ প্ৰথম দল ছাত্ৰই ১৯৫৭ চনত ফাইনেল পৰীক্ষা দি ৪৪ জন ছাত্ৰৰ দুজন প্ৰথম বিভাগত আৰু দহজন দ্বিতীয় বিভাগত উত্তীৰ্ণ হয়। প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা বৰ্তমানৰ কোকৰাঝাৰ কলেজৰ অধ্যাপক শ্ৰীবাণী দত্তই সেই বছৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভিতৰত অসমীয়া বিভাগত সৰ্বোচ্চ নম্বৰ পাইছিল। প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা আনজন ছাত্ৰ বৰ্তমান বি বৰুৱা কলেজৰ অধ্যাপক শ্ৰীপুতুল নায়ক। ১৯৬০ চনত আই, এ পৰীক্ষাত শ্ৰীকামিনী মোহন ডেকাই বজালী কলেজৰ পৰা পৰীক্ষা দি বিশ্ববিদ্যালয়ৰ ৬ষ্ঠ স্থান লাভ কৰে।

১৯৬০ চনত অৰ্থ সংকটৰ বাবে বিজ্ঞান শাখা চলাব নোৱাৰা অৱস্থা। অধ্যক্ষ কামেশ্বৰ দাসে পাঠশালাৰ সমূহ ব্যৱসায়ীকে মাতি আনি ৰাতি আলোচনা কৰিলে। সেই আলোচনাত বৰবাঙৰ সহজ, সৰল নিৰক্ষৰ ব্যৱসায়ী সৰ্বেশ্বৰ চৌধৰীয়ে ধানৰ ওপৰত পুনৰ কৰ বহুৱাবলৈ পৰামৰ্শ দি (১৯৫০ চনতে ধানৰ ওপৰত লগোৱা কৰ দুবছৰমান আগতে উঠাই দিয়া হৈছিল) নিজে এটা পৰিমাণৰ টকা দিয়াৰ প্ৰতিশ্ৰুতি দিছিল। ১৯৬১ চনত বৰ্তমানৰ প্ৰেক্ষাগৃহৰ বাবে ভাৰত চৰকাৰৰ পৰা সাতত্ৰিশ হেজাৰ টকাৰ এটা অনুদান কলেজে লাভ কৰে।

১৯৬২ চনৰ ফেব্ৰুৱাৰী মাহত স্নায়বিক ৰোগত আক্ৰান্ত হৈ কামেশ্বৰ দাসদেৱে কলেজৰ অধ্যক্ষ পদৰ পৰা বিদায় লয়। তেখেতৰ অসাধাৰণ ব্যক্তিত্ব, মেধাশক্তি আৰু ধৈৰ্য্যাই কলেজৰ লগত জড়িত সকলোকে কামত আগুৱাই যোৱাৰ বাবে সাহস

যোগাইছিল। কলেজৰ বিৰুদ্ধাচৰণ কৰা ব্যক্তি কিছুমান থাকিলেও সেই সময়ত কলেজখনৰ স্বাৰ্থতে সমগ্ৰ বজালীতে আবেগিক সংহতি মূৰ্তিমান হৈ উঠিছিল। কামেশ্বৰ দাসদেৱৰ লগতে ৺কাশীনাথ দাসৰ গুৰুগম্ভীৰ স্বভাৱ, আৰু ব্যৱসায়ীক সততা সংহতি ৰক্ষা কৰাত মূলধন আছিল। সেই সকল ব্যক্তিৰ অক্লান্ত পৰিশ্ৰমৰ বাবেই কলেজৰ সকলো প্ৰাৰম্ভিক কাম-কাজ হৈ উঠাৰ উপৰিও ৫২ বিঘা মাটি কিনা, প্ৰেক্ষাগৃহ নিৰ্মাণ, দূৰণিৰ পৰা আহি থাকিব পৰাকৈ নিৰ্মাণ কৰা অধ্যাপক নিবাস, ছাত্ৰাবাস, আৰু পাঠদানৰ বাবে বিজ্ঞানসম্মতভাবে কলাভৱন নিৰ্মাণ কৰা সম্ভৱ হয়। কলাভৱন আৰু প্ৰেক্ষাগৃহৰ আধৰুৱা কাম পিছত বৰ্তমানৰ অধ্যক্ষ শ্ৰীৰাজেন শৰ্মাদেৱে সম্পূৰ্ণ কৰে।

বৰ্তমানৰ অধ্যক্ষ শ্ৰীৰাজেন শৰ্মাদেৱে অসম ইঞ্জিনীয়াৰিং কলেজৰ অধ্যাপকৰ চাকৰি ইস্তফা দি ১৯৬২ চনৰ ১৫ মাৰ্চ তাৰিখে এই কলেজৰ অধ্যক্ষৰ কাৰ্য্যভাৰ গ্ৰহণ কৰে। ১৯৬২ চনত কলা শাখাৰ দুবছৰীয়া ডিগ্ৰী পাঠ্যক্ৰম আৰম্ভ হয় আৰু একে বছৰতে বিজ্ঞান শাখাৰ তিনিবছৰীয়া স্নাতক পাঠ্যক্ৰম খুলিবলৈও অনুমতি পায়। ১৯৬৩ চনৰ মাৰ্চ মাহৰ পৰা কলেজখনে কলা শাখাত আৰু ১৯৬৬ চনৰ পৰা বিজ্ঞান শাখাত চৰকাৰী ঘাটি মঞ্জুৰী লাভ কৰে।

স্বৰ্গীয় কামেশ্বৰ দাস আৰু সেই সময়ৰ কলেজৰ উদ্যোক্তাসকলে বিজ্ঞান শিক্ষা প্ৰসাৰৰ যি এক সপোন দেখিছিল সেই সপোনক অতি দক্ষতাৰে বৰ্তমানৰ অধ্যক্ষ শ্ৰীৰাজেন শৰ্মাদেৱে দিঠকত পৰিণত কৰে।

তেখেতৰ অশেষ প্ৰচেষ্টাতে নানা বাধা-বিঘিনি স্বত্বেও বৰ্তমানৰ দুমহলীয়া ছাত্ৰাবাস আৰু তিনি-মহলীয়া বিজ্ঞান ভৱনৰ বাবে বিশ্ববিদ্যালয় অনুদান আয়োগৰ পৰা আৰ্থিক অনুদান লাভ কৰে। বৰ্তমান কলা আৰু বিজ্ঞান শাখাৰ সকলো বিভাগতে অনাৰ্ছ খোলাৰ উপৰিও ১৯৮১ চনত জীৱবিজ্ঞান আৰু ১৯৮৩ চনত ভূগোল বিভাগত স্নাতকোত্তৰ শ্ৰেণী আৰম্ভ কৰা হয়।

১৯৬৬ চনত কামেশ্বৰ দাসদেৱ স্বৰ্গী হোৱাত তেখেতৰ স্মৃতি ৰক্ষাৰ্থে ডাঃ হোমেশ্বৰ চৌধুৰীক সভাপতি, শ্ৰীসম্পূৰ্ণানন্দ তালুকদাৰক সম্পাদক আৰু অধ্যক্ষ শ্ৰীৰাজেন শৰ্মাদেৱেক কোষাধ্যক্ষ হিচাবে লৈ এখন "কামেশ্বৰ দাস স্মৃতিৰক্ষা সমিতি" গঠন কৰা হয়। সমিতিৰ প্ৰচেষ্টা আৰু কলেজ পৰিচালনা সমিতিৰ সহায়ত ১৯৭২ চনত "কামেশ্বৰ দাস সোঁৱৰণী পুথিভঁৰাল ভৱন" সম্পূৰ্ণ হৈ উঠে।

বৰ্তমান কলেজৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা তিনি হেজাৰৰো অধিক। এতিয়ালৈকে মুঠ আঠজন ছাত্ৰই গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম দহোটা স্থানৰ ভিতৰত একোটা বিশেষ স্থান অধিকাৰ কৰিছে। খেলা-ধূলাৰ ক্ষেত্ৰতো এই কলেজৰ ছাত্ৰ-ছাত্ৰীয়ে যথেষ্ট সুনাম অৰ্জন কৰিছে। এই কলেজত একেলেঠাৰীয়ে দুবছৰ ধৰি গুৱাহাটী বিশ্ববিদ্যালয় আন্তঃকলেজ ফুটবল প্ৰতিযোগিতা অনুষ্ঠিত হয়। ১৯৭৭ চনত অসম বিজ্ঞান সমিতিৰ একবিংশতিতম বাৰ্ষিক অধিবেশনো অনুষ্ঠিত হয়। সম্পূৰ্ণ গাঁৱলীয়া পৰিবেশত গঢ়ি উঠা এদিনৰ বজালী কলেজ বৰ্তমান অসমৰ এখন নেখত লবলগীয়া কলেজ হিচাবে পৰিগণিত হৈছে।



**শ্ৰীঅনন্ত তালুকদাৰ**

প্ৰাক্তন উপাধ্যক্ষ তথা বজালী কলেজ শিক্ষক সংস্থাৰ প্ৰাক্তন সভাপতি



বজালী কলেজ শিক্ষক সংস্থা

# Contents :

## English Section :

# TRIBAL FOLKSONGS OF ASSAM : A RICH HERITAGE

**Dr. Birendranath Datta**

If Assam happens to be "the anthropologist's paradise"—an expressions frequently used in academic circles—she could, with equal or even greater justification, be called the folklorist's paradise. The enormous diversity of groups and sub-groups of various extractions and affiliations inhabiting different regions of the state constitutes an almost inexhaustible source of material for the anthropologist, whether physical or cultural. To a considerable extent this diversity, is due to the presence of a large number of tribes and sub-tribes scattered all over the hills and plains. However, the wealth of diverse material in respect of cultural patterns would seem to be greater than that in respect of physical types. This is because the tribals here have never remained in complete isolation from the non-tribals : there have been through the ages—and there continue to be to this day—cultural contacts among the tribal and non-tribal groups involving such processes as acculturation, integration, and assimilation.

And it is exactly these processes—acculturation, integration and assimilation—which have added extra dimensions of folkloric corpus of Assam. While the folklore of the Assamese—speaking population, particularly of those of Hindu affiliation, is itself extremely rich in both volume and variety, the various tribal groups living in close proximity of and contact with the dominant Assamese-speaking Hindu neighbours have been influenced by Hindu modes and mores in various degrees. What is more, a sizeable proportion of the tribal groups have given up their tribal tongues in favour of the Assamese language. This is a most interesting situation and it is wonderfully reflected in the various folklore items of the different tribal groups—in myths, legends, tales, proverbs, rhymes, riddles and, of course, songs. Thus much of what is designated as tribal folklore is not exclusively tribal either in content or in form. In fact, a considerable bulk of the folklore material beloning to tribal groups is not in any of the tribal languages but in some dialect of Assamese or in some Assamese patois mixed with one or the other tribal language. But all the same, most of such material contains the tribal flavour.

Thus both in terms of content and of medium of presentation, the verbal floklore material of tribal affiliation is extremely rich and colourful, for each groups has its own distinctive contribution to make. This richness and colourfulness is all the more prominent in the case of folksongs since they are not simply specimens of oral literature—mere poetic or lyrical compositions—but are inextricably bound up with musical patterns, both melodic and rhythmic, and rendered to the accompaniment of distinctive musical instruments. Often they are punctuated with ritualistic dances and mimetic gestures.

With this general background, let us now attempt to conduct a rapid survey of the field of folksongs in respect of some of the major tribal groups both of the plains and the hills. Clearly, not to speak of full scales descriptions, it would be an impossible task even to give exhaustive inventories of all the types of folk-songs prevalent among all the tribal groups within the span of a short piece like this.

Let us first take the plains tribes and begin with the Misings.

Inhabiting riverine tracts in easternmost Assam, the Misings have folksongs of a large variety of types. There are songs of religious or ritualistic association, the bulk of which consist of **mibu abangs**—songs or rather chants rendered by priests. Some of them are sung on special festive occasions like **Po-rag,** the harvest festival, and **Ali-ai-ligang,** the planting festival. There are narrative songs called **doying,** lullabies and nursery rhymes called **ko ninam** and **moman nitom,** and marriage songs called **midam nitom.** But Mising folklore is particularly rich in lyrical compositions which are expressions of love and yearning between youthful hearts. The most popular of this class of songs are the **oi- nitoms** which are comparable to Assamese Bihu songs. Another class of love lyrics are **kabans** or laments —outporings of the broken heart. A type of lyrical love-dialogues is known by the name **lupo.**

The Bodos, one of the most important and influential of the tribal groups, live in the western parts of the state, their highest concentration being in the present Kokrajhar district. While they have melodious folksongs of various types almost always sung to the accompaniment of the **siphung** flute, the **kham** drum, the **jotha** cymbol and the **serria** lute, the dances associated with most of them are equally, if not even more colourful. There are formula-like chants uttered by the priests in invocation or supplication of the various gods and goddesses of the Bodo pantheon, and these are normally referred to as songs. Particularly interesting are the songs sung on the occasion of the two Bihus—the springtime Bihu called **Boisagu** and the winter Bihu called **Domasi.** While some of the rhymelike songs sung on these occasions have ritualistic significance, most of the other songs are either in a gay and jestful vein or are expressions of youthful infatuation. Often the songs take the form of dialogues between brother-in-law and sister-in-law. Another interesting class is constituted by the marriage songs some of which are didactic while most others constitute verbal duels between the parties of the bride and the bride-groom. There are also a few other types of songs including lullabies, game songs and a few ballads.

The Rabhas, who are found mostly in the western parts of Assam south of the Brahmaputra and the contiguous areas of Meghalaya, are divided into several groups such as Rangdani, Maitori, Pati, Dahori, Koch or Kocha, Bitoliya, and so on. Of them, such groups as the Maitoris and the Rangdanis retain both their old religious faith as well as the tribal language whereas other

groups like the Patis and the Dahuris have not only adopted much of local Hindu modes and mores but also the Assamese language in place of the tribal tongue. The result is that mong the Rabhas we have a mixed crop of folksongs involving two different modes of life and two different languages. Of the folksonsg in the Rabha language, the most important are those connected with such festivals as **Baikho Puja** or **Khoksi Puja** coming at the plantin season, **Grimbuda** coming in autumn, and **Pharkenti,** the traditional Rabha funeral ceremony. Some of the songs sung during the **Baikho** festival are love-exchanges between groups of young men and women. There are also ballads woven round stories of **Randana-Chandana, Nolua-Cholua,** and so on. While some of songs current among the Assamese-speaking Rabhas are shared in common with other communities, here are some items which are of exclusively Rabha affiliation, such as **Bahrangi** songs exchanged between grown up men and women in a playful mood, **Lakhor** songs sung by young cowherd boys, and **Tukuriya** songs sung on the occasion of a puja of the same name.

The Tiwas (or Lalungs) inhabiting central Assam plains and also some hilly tracts in neighbouring Meghalaya, present a situation similar to that of the Rabhas. Although a section of them retain the Tiwa language and faith, others have not only given up the tribal language in favour of Assamese but have also considerably changed their religious moorings. Thus we have Tiwa folk songs in both Tiwa and Assamese languages. Among the Tiwa-language songs, the most important are those connected such ceremonies as **Sagra mi-sawa** (the spring festival), **Wan chhua** (the rice-pounding festival), **Jankang Puja** and **Langkhun Puja,** which are celebrated with much singing and dancing. There are also some songs connected with agricultural operations. Of the Assamese-language material, the typical Tiwa flavour is to be found in songs of the **Barat Puja** as also in **Lali-hilali** songs sung in ceremonies connected with childbirth.

The Sonowal Kacharis of Upper Assam are a tribal group who have fully accepted the Assamese language and the Assamese Vaishnava faith. They retain some songs of tribal affiliation of which the most important are the **Haidang** songs recounting the story of creation.

As for the hill tribes, the two most important groups are the Karbis and the Dimasas. And both of them happen to be highly musically inclined.

The Karbis have a rich stock of songs of ritualistic association recounting various myths and legends of creation or birth—creation of the universe (**Rukasen alun**), creation of mankind, particularly the Karbis (**Karbi keplang**), creation of the rice-plant (**Lakhi keplang**), creation of the singer (**Lunse keplang**), and so on. There are also various kinds of songs connected with the elaborate Karbi funeral ceremony called **Chomangkan :** some of them like **Musira kehir** and **Sarhe** are long descriptive songs and some others are exchanges between young men and women with patently erotic overtones. **Thelu aluns** are marriage songs. The Karbis also have a good stock of ballads like **Hai-alun, Ser Dihun-alun, Hanori-alun, Kasing-alun,** and so on. They have even a folk version of the Ramayana, popularly known among them as **Sabin Alun.**

Some of the most important songs of the Dimasas are associated with **Busu**—their harvest festival. One class of them is invocatory and supplicatory in nature, another is expressive of communal merry-making while a third category represents love-exchanges between young men and women. There are also love songs unconnected with the occasion of

**Busu.** Some other types of songs current among them are funeral songs, marriage songs, work songs, and nursery rhymes. However, worthy of particular attention are the ballads in which Dimasa folklore is decidedly most wealthy : some of the well-known and popular Dimasa ballads are the Ballad of Disru, the Ballad of Snemduri, the Ballad of Amalu-Dimalu, the Ballad of Johaya and the Ballad of Harifa.

As indicated earlier, this is only a very brief and rapid survery of the field of tribal folksongs of some of the major tribal groups of Assam. But that itself should serve to convince any one of the bounty and richness of the total crop of folksongs of tribal affiliation.

—o—

# INDIAN EPIGRAPHY
## PROBLEMS AND PROSPECTS

**Sada Nanda Misra**
Lecturer, Bajali College

Epigraphy, a branch of history, has been regarded by scholars and historians as an important basis for study and research which throws enough light on the past. By epigraphy generally we mean old writings or inscriptions usually engraved on stone or any other hard substance, such as wood, metal, iron or even bricks. As such epigraphs are different from manuscripts on birch-bark, palm-leaves or paper that comes as a rule under archives. The science of deciphering and study of as well as research into epigraphs is thus called 'Epigraphy'.

The study of Indian inscriptions practically started with the foundation of Asiatic Society in Calcutta in 1784. During the period between 1784—1821 Wilkins, Colin, Makenzie, Troyer, Mill and Princep did a lot of pioneering work in the field of Indian Epigraphy. They were successful in deciphering late Brahmi inscriptions (like Kahaun, Eran and Girnar), with the knowledge of the late Brahmi inscriptions, the scholars could decipher the early Brahmi and Kharosthi inscriptions. Through out the 19th century Indian Epigraphy made a remarkable progress, Cunningham's 'Corpus Inscriptionum Indicarum' Vol I, 1877 can be regarded as a milestone of progress. An important fact about the epigraphic study of this period is that some Indian Scholars began to participate in it. Among them mention may be made of Rajendralal Misra, Bhaudaji, Bhagwanlal Indraji and R. G. Bhandarkar. The first half of the present century witnessed the creation of the permanent post of Govt. Epigraphist for India.

It is to be noted here that Assam entered the field of Indian Epigraphy in the early part of the present century. This region has yielded a large number of epigraphy both copperplate charters and lithic records, ranging from the fifth century AD to recent times which have been published and studied by a large number of scholars including P.N. Bhattacharya, Maheswar Neog, Manoranjan Sastri, Mukunda Madhav Sarma, Dimbeswar Neog, D. C. Sarkar and others.

This period was also characterised by a large number of works of various types dealing with Indian Epigraphy.

But Indian Epigraphy with such a glorious background is facing some problems posing great danger for the future of epigraphical studies in India. Presiding over the Fourteenth session of the Epigraphical Society of India in Guwahati (1987), Prof. Ajoy Misra Sastri observed— 'what is required for epigraphical study is a sound combination of linguistic, palaeographic and historical background.

While the last two are generally provided to post-graduate students offering epigraphy as one of their subjects for the post-graduate examination no stress is given to the acquisition of the first with the result that even students passing out with epigraphy as a subject are not dependable for studying epigraphy. .' Early Indian inscriptions are almost exclusively in sanskritic languages (including Prakrit) and consequently for understanding them a sound knowledge of sanskrit is highly essential." But the sanskrit studies are declining in the country.

The lack of properly devised training programme, the lack of trained cadre, and the absence of separate Department of epigraphy under a Director General have to some extent impeded the growth of epigraphical studies in India.

About a hundred thousand inscriptions have so far been discovered in different parts of India, out of which the largest number came from the Tamil, Kannada and Telegu speaking areas. Many of the inscriptions have not yet been published and many of those which are published are not properly edited. This happens particularly with South Indian inscriptions. Inscriptions are the most copious and authentic source of Indian history, Particularly of South Indian history. And yet the south Indian inscriptions can by no means be said always to speak the truth, much less the whole truth ; legends & exaggerations are often found and easily recognised, as such ; more difficult is the task of detecting the truth behind partisan statements made by the composers of records of different dynasties engaged in constant warfare. The instances are not few in which both parties claim victory in a war, and there is often some kind of justification for the claim. And much work still remains to be done in the study and interpretation of social & economic informations containing in the inscriptions. This is more or less equally true with the inscriptions found in other areas of the country.

Prof. K. A. N. Shastri Presiding Over the ninth Session of the Indian History Congress (1946) held in Patna brought out two important points on South Indian inscriptions when he observed—

(I) In the inscriptions of South India, are to be found many technical terms bearing on Social, economic military and administrative matters. A correct understanding of these terms is an essential preliminary to the reconstruction of the Social life of the period.

(ii) The Scientific Study and interpretation of the South Indian history has not advanced far beyond the elementary stages. The temptation is very strong to forge ahead with Sweeping conclusions drawn from stray facts without waiting for the chain of evidence to be completed.

What Prof. Shastri held more than fifty years ago still remains valid to a great extent though considerable progress has been made in the study and research on South Indian inscriptions during the last fifty years.

There is undoubtedly development and enrichment of detials of data in Indian inscriptions. But the methods of recording dates in undated inscriptions has posed one of the most difficult problems of study for Indian epigraphists.

In recent years, fresh attempts are being made to decipher and interpret the Indus script in some cases with the help of the Computer, so as to easily tabulate the signs and forms an idea of their frequency and arrangements. One such attempt has been made by a team of Russian Scholars (Khorozov, Volcok, and Gurav) The second of such attempt is made by a team of Finnish Scholars led by Prof. A. Parpola which has used the Computer

in its analysis of the dates among the Indian Scholars who have been working on the problem of the Indian Script in recent years mention should be made of among others of J. Mahadevan, M. V. Krishna Rao and S. R. Rao. Sri Mahadevan has also made use of Computer facilities. Sri M. V. Krishna Rao and S. R. Rao have tried to interpret the Harappan Script within the Sanskrit linguistic frame work. But the divergent views on the Indian Script has created a problem to the epigraphists. Presiding over the third conference of the Indian Epigraphical Society (1977) Dr. T.V. Mahalingam made the following observations on Indus Script— To my mind it appears that the problem of the Indus Script cannot be easily solved unless one gets a bilingual inscription in the Indus Script and the Script of known language. Let us hope that such a bilingual inscription is discovered and the Indus Script is deciphered." Though this seems to be a logical observation, yet the epigraphists engaged in the decipherment of Indus Script cannot wait passively for such an auspicious moment, the arrival of which is quite uncertain.

The future of Indian Epigraphy, after the present generation of epigraphists is considred by many as bleak. The slow pace of epigraphical research has created misgivings and apprehensions about the future of Indian Epigraphy. The backlog of discovered but unedited inscriptions is really enormons. Long and Sustained efforts is required to meet the challenge But the limited number of Indian epigraphists are not in a position to meet the requirement.

Thus, the problem before Indian Epigraphy is manifold and it is beset with a number of formidable issues ranging from the survey and exploration through copying to decipherment and publication of inscriptions. The Survey of inscriptions and copying work is a time consuming process involving sufficient financial out-lay and resources. But despite these pressing problems the prospect for Indian Epigraphy in the years to come, can be said to be bright, provided the basic requirements are fulfilled without delay.

The inscriptions are the most trustworthy source of the history of ancient India. A thorough and intensive study of the inscriptions and their proper interpretation is the basic requirement of Indian epigraphy. Therefore, the complete mastery of the epigraphist, over a particular inscription or inscriptions is the first desideratum. As R. Tirumalai has rightly observed—I would submit that the epigraphist should aim at mastery of particular linguistic diction or Scriptory modes which are used by the inscriptions of particular tract so that an intensive knowledge and expertise can be developed for each. Quality is important and nothing but the most authentic could or should satisfy the epigraphists. Such qualities, thoroughness and comprehensiveness and an earnest attempt to get at the true meaning or purport of the words used have been the characteristics of the epigraphists in the country.

Secondly the Concerted effort, of two or more epigraphists (including joint research projects) can provide speed and momentum to this branch of Indian History hasty & one sided conclusion may blur the inner vision of an epigraphist. What is necessary is a broad understanding on epigraphical issues For this, free exchange and circulation of ideas and concepts can help the epigraphists to reach correct conclusions.

Thirdly, the establishment of the Epigraphical Society of India in 1975 has provided a broad and healthy forum to the Indian epigraphists. The Society has maintained its stable existence by regularly holding its annual sessions and publishing its journal—

